# ডেকাবৰুৱাৰ বুলনী

শ্ৰীলক্ষ্মীনাথ বেজবৰুৱা।

# ডেকাবৰুৱাৰ বুলনী

ডাক্তৰ শ্ৰীমহানন্দ বৰুৱা, এল, এম, পি, এফ,
টি, এচ, আৰ, এ, এচ (লণ্ডন),



সাহিত্যভুষণ প্ৰণীত।

—আৰু—

শ্ৰীমতী শশীপ্ৰভা বৰুৱাৰ দ্বাৰা
প্ৰকাশিত।

প্ৰথম তাঙৰণ।



বেচ ।/০ অনা মাখোন।

# সূচী।

# জেকোবৰুৱাৰ বুলনী

## কবিতাৰ জোল।

খাবানে এটুপি, দিমু কবিতাৰ জোল,
চেপি-খুন্দি যতনেৰে উলিয়াই থোৱা ?
শীতল পৰিব দেহা, জুৰণি ও পাবা ;
চৰ্পতৰ দৰে হব বুজিবা ধুৰুপ।
জেওৰা-খৰিক যদি খুন্দি তাও কৰি
জোৰেৰে বিচাৰা ৰস উলিয়াবলই,
ওলাবনে তাৰ বা ৰসৰ সুঁতিটো—
মউ ৰহঘৰা যেন, কোৱাঁ হেৰাঁ কোৱাঁ।
সুধিছোঁ তুনাই, কে.ৱাঁ ভাবুক ককাই,
কিয় কয় ৰস নাই বুলি শতুৰুৱে
মই ৰচা মউ-সনা কবিতাত একো ?
হতচিৰী হোৱাহঁত, ইমান সাহস !
দেখিম দেখিম বাৰু তহঁতৰ 'ডিল'।
সঁচাকৈয়ে কইছনে ? যাম ওচৰলৈ ?
দিমনে কি তহঁতক এসেকা এতিয়া ?
ভাবোঁতে ভাবোঁতে আৰু তপা মূৰ মোৰ
ডেই-পুৰি ছাই হল, 'ক্রিটিচাইজ' (১) কৰি

(1) Criticise—সমালোচনা কৰা।

'ক্রিটিক' (২) নামৰ মাণা ডি ভত পিন্ধিলোঁ,
ললোঁ নিজে 'খুচি'মতে, আনলই বাট
নাচালোঁ; কিয়নো চাম ? "আপুনি শকত,
কেলেই লাগিছে আৰু পৰৰ ভকত ?"
মই ৰচা কবিতাও নিখুঁত-নিভাঁজ,
গপ মাৰি কওঁ নিজে। বেয়া বুলি কলে,
কলে আৰু বাৰ-পাচি ভুল থকা বুলি,
লই যাবা ঢেঁকীথোৰা—বুদ্ধিও তোমাৰ
জানিম জানিম ঐ ঢেঁকীথুৰীয়া বুলি।—
কি কাম সোণাই, পৰ-নিন্দা কৰি ফুৰা ?
কওঁ বিশ্বাসতে মই গোহাৰি জনাই,—
নকৰা মিছাকৈ আৰু বদনাম মোৰ।
আহাঁ মোৰ বুলনীলৈ,—ৰদত আহিছা ?
শুকান দেখিছোঁ মুখ, খোঁৱাহ এটুপি
কবিতাৰ জোল, ৰহি বুলনীত মোৰ।
কত ভাব ঘাঁটি-ঘুঁটি মগজু খটাই
লিখিছোঁ নানান কথা, ভাবি চালে হেৰা।
পেটতেই হাত-ভৰি লুকাব তোমাৰ।
কাচিতো জন্মত যদি কিবা লিখোঁ বুলি
কাপ-মহী-কাকত গোটাই লই তুমি,
আকাশ-পাতাল ভাবি শুকাইছা তালু,
তেতিয়াহে কি কঠিন বুজিব পাৰিবা—
কি বজ্র-কঠিন কাম কবিতা-ৰচনা।

(২) Critic—সমালোচক।

# "কটা, নষ্ট যাবি।"

সিদিনা কোনো কামত ঘৰবপৰা ওলাই বহুত দূৰ পাইছিলোঁগৈ। মই ইয়াতে কৈ থওঁ যে মোৰ জীৱন কৰ্ম্মময়; এখন্তেক শাঁতিৰে বহি থাকিব নোৱাৰোঁ—টাকুৰী ঘূৰাদি ঘূৰি ফুৰিবৰহে মন যায়। সি যি হওক, সেই দিনা টিকা ফটা ৰদ। ৰদৰ তাপত তৎ নাই। ভাগৰ লাগি জৰী-গছ এজোপাৰ তলতে এখন্তেক জুৰাবৰ মনেৰে বহিলোঁ—প্ৰকৃতিয়ে পাৰি থোৱা আসনত বহি ভেম জুৰি গছৰ গাত আঁউজি ললোঁ। জৰী-গছ জোপায়ো মোক সহানুভূতি দেখুৱাবৰ মনেৰে ৰিৰৰিৰকৈ বতাহ বলালে। ভাবিলোঁ, হায়, ইয়াত কিমান সুখ! কিমান সন্তোষ!! দুখ-সমুলি আঁতৰে। এইদৰে নানা ভাবত মজি থাকোঁতে আগতে এটা আদহীয়া মানুহ ওলাল'হি। মানুহটো আঁঠুৰ মূৰলৈকে চুৰিয়া পিন্ধা, গাটো শুদা, মূৰত চেলেং কপোৰ এখনেৰে পাগুৰি মৰা; কঁকালত হাঁচটি, ওঁঠ দুখনি কলা পৰা যদিও "তাম্বুল-ৰাগৰঞ্জিত," চকু "কোটৰ-প্ৰবিষ্ট"। তাৰ মুখৰ আঁকটা গোন্ধত ওচৰত তিষ্টিব নোৱাৰি। "হাঁহ-চোৰৰ মূৰত পাখি, কঁঠাল-চোৰৰ এঠাই সাক্ষী।" তাৰ অপৰূপ চেহেৰাই সাক্ষী দিলে যে সি কানীয়া।

মানুহটোৰ বয়স অৱশ্যে বেচি হোৱা নাছিল দেই; কানি-দেৱতাৰ কৃপাতহে তাৰ মুখ বিবৰ্ণ হৈ পৰিছিল আৰু তেজৰ বিকৃতিও জন্মিছিল।

সি পেটৰ কথা উলিয়াবৰ মনেৰে কেহেলিয়াই কেহেলিয়াই কথা সুধিবলৈ ধৰিলে। কিন্তু আমুকা ডেকা বকৰা এলাপেচা 'ভকত' নহয়— শাত ঘাটৰ চেঙেলি। সি ছাল-ছিগা তিকহ কানীয়া এটাই তেওঁৰ

আগত কি ফাঁকি দি টিঘিল ঘিলাব! কানীয়া 'ভকত'ৰ ওপৰত তেওঁৰ কিমান বিশ্বাস তাক স্বয়ং আৰু, কবলৈ গলে, ভগৱন্ত বস্তুৱেহে জানে।

কথাৰ ছলত মই কলোঁ, "বুজিছানে ভকত, আজি ভালেমান দিনৰে-পৰা মোৰ শৰীৰ 'বিষম', কিবা ৰাঁইজাঁই কৰি থাকে দেখোন! অনেক দৰবজাতি খালো বাৰু পোৱা নাই। দেহাটোৰ লগত মুঠিয়ে মুঠিয়ে ধন মিছাতে ভাঙিলোঁ। লাহে লাহে দৰবৰ ওপৰত মোৰ আৰু সমূলি বিশ্বাস নোহোৱা হল। ডাক্তৰী-কবিৰাজী দৰব নো আৰু কিমান খাবা! খাই খাই আৰু—"এইখিনিলৈকে মই কবলৈহে পালোঁ, এনেতে সি কলে, "এৰা ডাঙৰীয়া, ডাক্তৰী-কবিৰাজী দৰবে আমাৰ দৰবৰ সমান কি গুণ দিব? আমাৰ দৰবে কিমান মানুহ ভাল কৰিছে তাৰ লেখ-জোখ নাই। বোলোঁ আপুনি এটা কাম কৰিব,—এদিন জনদিয়েক কানীয়া ভকতৰ সেৱা পাতিব আৰু অলপ 'পৰ্সাদো' ভক্তিৰে লব। ঈশ্বৰৰ ইচ্ছা, ভকতৰ বাঞ্ছা।' ভকতে যি বাঞ্ছা কৰে ঈশ্বৰে তাক সিদ্ধি কৰেই।"

সি লানি নিছিগাকৈ আৰু কিবা কব খুজিছিল, এনেতে মই মাত লগালোঁ, "এৰা, এৰা, ভকত, তুমি যি কৈছা মিছা নহয়। মোৰ প্ৰভুৰ লীলা ঐ! ভকতসকলক চৰজি নৰ-মনিচৰ কিমান উপকাৰ কৰিলে! শাস্ত্ৰত আৰু কৈছে :—

'ভকতেসে বৰ আৰু ভকতেসে বৰ।
ভকতক ভুঞ্জালেহে গুচে কৰ্ম্মজ্বৰ॥'

ভকতকৈ আৰু কোনোবা ডাঙৰ হব পাৰেনে? বিশেষকৈ আমাৰ কানীয়া ভকতসকলৰ আসন আটাইতকৈ ওপত। সেই গুণেহে কওঁ, বোলো আমাৰ কানীয়া ভকতসকলৰ শাৰী পূৰাব পৰা মানুহ এই 'ভাৰন্ত'ত নাই।"

কানীয়া।—হয় ডাঙৰীয়া, আপোনাৰ দৰে গুণীৰ গুণৰ মোল বুজা

মানুহ পাবলৈকে টান। কোনে জানে এই ভকতসকলৰপৰা কিমান উপকাৰ হব লাগিছে! তেওঁবিলাকে এটা আন্দোলন হে তুলি দিব লাগে, মানুহ গেঁজ থাই পৰি মৰসাহ দি ওলায় নহয়।

এই কথা কেইআষাৰ শুনি মোৰ হাঁহিত পেটু-নাড়ী ছিগিল; কাৰণ আমুকা ডেকা বৰুৱাৰ বেচ জনা আছে যে কানীয়া ভকতসকলে "ৰাতি হলে সাত হাল বায়, পুৱা হলে এহালো নাই।" ইহঁতেই সকলো অনিষ্টৰ মূল। কানিত মুখ দি কেনেকৈ গাঁৱৰ গজলীয়া ডেকা লৰাবোৰ এদিন আৰ বাৰীৰ কুঁহিয়াৰ এডাল, আন দিন তাৰ বাৰীৰ কল এথোকা চুৰ কৰি আনি শেষত 'চুৰি বিদ্যা বৰ বিদ্যা' অৰ্জ্জনৰ ফলস্বৰূপে দোপাত কানীয়া হৈ নিজৰ মুখ আৰু লগে লগে বংশ-পৰিয়ালৰ মুখ জলিকায় তাক কবৰ সকাম নাই। কানীয়াৰ ইফালে খাবলৈ ভাত নাই, পিন্ধিবলৈ কাপোৰ নাই—নান্নং-নবস্ত্রং—তেও কানিফেৰা নাখালে নোৱাৰে, হামিয়াই-হিকটিয়াই একাকাৰ হয়। যেনে প্ৰকাৰে হওক, চুৰ-তাৰি কৰি হলেও, তুমি কানি-টিকিৰা পুৰিবই লাগিব, তেহেলৈ তুমি মৰাই বা তৰাই! এনে কাণ্ডজ্ঞানহীন 'ভকত' নামধাৰী কানীয়াবোৰেই দেশখন তল নিয়ালে। সি যি হওক, তাৰ পেটৰ কথা উলিয়াবৰ নিমিত্তে, ৰান্ধনীক উচটাই জোল খাবৰ মনেৰে, আকৌ ফুটাই কলোঁ, "এৰা ভকত, আটাইৰে আকৌ মতি-গতি একে নহয়। তুমি আমি যাক ভাল বোলোঁ, হয়তো আকৌ আনে তাক বেয়া বুলি ইতিকিং কৰিব। কিন্তু সঁচা কথা কবলৈ গলে, এই ভকতসকলৰ গাত দোষ সমূলঞ্চে দিব নোৱাৰি; দিয়াটো নিতান্ত গৰ্হিত কাম। তেওঁলোকে কানি খায় হয়, কিন্তু তাকে চাই কামো কৰে। কিবা এনেই বহি থাকেনে?"

কানীয়াই মোৰ ঠাট্টা-বিদ্ৰূপ বুজিব নোৱাৰি কৈ উঠিল, "ঠিক কৈছে ডাঙৰীয়া, হাতত তেওঁবিলাকৰ সদায় একোটা কাম থাকেই, হয় কিবা

সজ কামৰ আলোচনা কৰিব, নহয় বন—বাৰীকে কৰিব; এনেয়ে কেতিয়াও, কস্মিন কালেও, বহি নাথাকে। বুঢ়ালোকে কৈ গৈছে নহয় বোলে 'ভাং কানি আফু, তাক নাখালে কিহৰ বাপু?' সেয়েহে কওঁ,—কটা চকুচৰহাঁইত, তইঁতে কানি খা, হেৰ, দহো কুৰি কৈছোঁ কানি খা; কানি নাখালে তাৰ কি মোল বুজিবি! যদি তইঁতৰ মগজুত বুদ্ধি নাই তেন্তে কানি খা—কানিয়েইহে মগজু বৃদ্ধি কৰিব। কথা নাই, বতৰা নাই, সদায় আমাক অঁাজুৰি থাক! আমাৰ ওপৰত নো কি বৰ ন-পতা ফুকন হলিইঁত? সদায় আমাৰ হে মাথোন দোষ দেখ! আমাৰ কানি-ফেৰাতকৈ যে তইঁতৰ 'পানী' টোপাত বেচি পইচা যায় তালৈ দেখোন তইঁতৰ চকু নাই, অথবা চকু থাকিও কণা। সৰহ কৰৰ সকাম নাই। মিছাতে মুখ বিষোৱাব নোখোজোঁ। হেৰ', আমাক কৰি কি কৰিবি!—কটা, নষ্ট যাবি।"

এই কথা কৈয়েই (তাৰ কানি খাবৰ পৰ হল হবলা) সি দেখোন হামিয়াই-হিকটিয়াই বেগ দিলে। মযো অলপ পৰ টলকা মাৰি থাকি, তাক একো নকৈ, ঘৰমুৱা হলোঁ।

# তিৰোতা—সেৰুৱা।

ভোৰোকা-ভুৰুকি কৰি কঠুৱা মাতেৰে
বাসকান্তি হল আহি থিয় ;
গিৰীয়েক হুলাৰাম—তিৰোতা-সেৰুৱা—
গল তাৰ চুলি আগে জীৱ।
'গৃহিণী'ৰ কেটেৰা-জেঙেৰা থাই থাকি
তিতা মাতো মিঠা লগা হল ;
হুলাৰামে কামে-কাজে 'গৃহিণী'ৰ মতে
আজ্ঞা পালি সেও হই বল।
কলে বাসকান্তি গই, "এতে পৰ দেখোঁ
কানি-খোলা এৰাই নহল !
কেতিয়া নো হাল বাই চহকী কৰিবা—
সকলোটি পথাৰলৈ গল।
বাৰিষা বতৰ এনে, জাত কেঁচা খৰি,
ভাত মই ৰান্ধো কেনেকই ?
ফুঁৱাই ফুঁৱাই মোৰ চকু কণা হল,
সোঁ সোঁ কৰি নাকে পানী বয়।
আনোচোন বিচাৰি-খোচাৰি যতে পাওঁ
শুকান শুকান খৰি চাই.
তাৰ হলে জ্ঞান নাই, খোৱা বেলি হলে
ডেও পাৰি মৰাহি এনেই !

আপদৰ বাহ্ মই চপালোঁ ডিঙিত,
মৰিবৰ বাসনাহে হল ;
ইমান বিলাই সহি কেনেকৈ থাকিবা,
বেজাৰতে হিয়া ফাটি গল।
থোলোকা-নোদোকা গৰুহালি মোৰ হায়,
খাবলই নাপাই শুকাল ;
আমাৰ কানীয়া বহি মেল মাৰি থাকে,
নকৰে অলপো প্ৰতিপাল।
ভাল ভাল চাই বাৰু আনোচোন ঘাঁহ্,
দিওঁ আহি মুখত পেলাই,
ছালোৱা গৰুৰে দেহি খ'ক মহাসুখে,
তাৰ হলে ভাবনাই নাই।
পোতনি-জোতনি যিবা পাওঁ দিওঁ তাকে,
তাকে খাই থাকে কোনোমতে ;
শুকান খেৰনো দেহি কিমান চোবাব,
হাৰাশাস্তি হল চোবাওঁতে।
কণা বিধতাই মোৰ পোৰা কপালত
এধানকে সুখ নেলেখিলে ; —
কেলেই চৰ্জিলি কণা, এই ভাবস্তত,
চজিবলৈ কিহে তোক পালে ?"
"মনে মনে থাক হেৰ', মূৰ—খাতী মোৰ,"
কলে হুলা' হুমুনিয়া' কাঢ়ি ;
"বতৰৰ গাত দায়, কি কৰিম মই,
কি কৰিম কৈঁচা হলে খৰি ?

স্ৰজিছে ঈশ্বৰে, তেওঁ যেনে তেনে মতে
দুবেলা দুমুঠি 'অন্ন' দিব ;
ডেও পাৰি থাকিলে নো কত পাম আমি,
কি লাভ্‌টো তাৰপৰা হব ?
বাক আনি দিম খৰি চোমনিৰ পৰা,
চকাহ দিয়ক মাথোঁ আজি ;
হাঁহি-মেলি হৰিষেৰে খাবা-তুমি মাথোঁ,
দিবাও চিনাকি বুলি কাজী।”
কথা পাতোঁতেই তাৰ চকু ঢেল খালে,
কানিৰাগী বাকৈক লাগিল ;—
'গৃহিণী'ৰ মুখ “লাওপাত-কচুপাত,”
—'আশীৰ্ব্বাদ'-জোলোকা পৰিল।



# "ৰাম ভাল, ৰাম ভাল, ৰাম নহয় যম কাল।"

হৰিনাথ বৰুৱাৰ স্বভাৱ সকলোৰে পৰা ভাল আছিল। তেওঁ মৰম-লগা কথাৰে সকলোকে মুহিছিল। পঢ়া-শুনাতো তেওঁ বৰ চোকা আছিল আৰু তেওঁৰ মতি-গতি ভাল দেখি ওচৰ চুবুৰীয়া মানুহে ভৱিষ্যতে তেওঁ বংশৰ মুখ জিলিকাব বুলি আশা কৰিছিল। আঘোণী বায়ে আটাইৰে আগত কৈ ফুৰিছিল যে "বৰ আইটীৰ" পুতেক হৰিনাথ বোপা 'মুন্সপ সদৰামিন' বা 'বেলেষ্টৰ' হৈ আহিব।

যথাসময়ত হৰিনাথে এল-এ 'পাচ' কৰিলে আৰু তাৰ দুবছৰৰ পাচত কলিকতাত বি-এ পাচ কৰিলে। সভা-সমিতিত হৰিনাথে সকলোৰে পৰা যোগ দান কৰি মনত আনন্দ পাইছিল, বহুত সভাত বক্তৃতা দিছিল আৰু ৰচনাও পাঠ কৰিছিল। তেওঁ ওজস্বিনী ভাষাৰে দেশৰ উন্নতি, সাহিত্যৰ উন্নতি,সমাজৰ উন্নতি আদি লাগতিয়াল বিষয়বোৰ আলোচনা কৰি সেই-বোৰ বিষয়ত ৰাপ বহুৱাবৰ মনেৰে তাতে সকলোৰে মন উদগাইছিল। তেওঁৰ পিতৃভক্তি আৰু মাতৃভক্তি দেখি আটায়ে 'ধইন ধইন' কৰিছিল।

লগৰীয়াৰ লগত তেওঁ সদায় আমোদ-প্ৰমোদ কৰিছিল আৰু গান-বাজনা আদি কৰি মনত সন্তোষ লাভ কৰিছিল।

বি-এ পাচ কৰি তেওঁ 'ল' ( আইন ) পঢ়িবলৈ মন মেলিলে। কিন্তু দেউতাকৰ আৰ্থিক অৱস্থা ভাল নথকাৰ কাৰণে দেউতাকৰ বহুত ধাৰ লাগিবলৈ ধৰিলে, তথাপি তেওঁ পুতেকৰ ভৱিষ্যৎ-উন্নতিৰ আশা দেখি ধাৰ-ঋণ কৰি পঢ়ুৱাবলৈকো কুণ্ঠিত নহল। আশা আছিল, পুতেক

'মুন্সুপ সদৰামিন' হব নোৱাৰিলেও অন্ততঃ ওকালতি কৰি তেওঁৰ ধাৰ মাৰিব আৰু নিজৰ অৱস্থাও টনকিয়াল কৰিব পাৰিব।

যথাসময়ত হৰিনাথ বি-এল পৰীক্ষাত উঠিল—ফলত দেউতাকৰ ভালেখিনি ধাৰ লাগিল।

হৰিনাথৰ বুদ্ধি চোকা আছিল। সেই কাৰণে তেওঁ ওকালতিত কৃতকাৰ্য্য হবলৈ ধৰিলে। কিন্তু ধন আৰ্জ্জনৰ লগে লগে তেওঁৰ হাতৰ মুঠি টান হবলৈ আৰম্ভ কৰিলে। আন ছাবি ঘৰৰ খৰচ চলাবলৈ যি টকা লাগে তাকো উচিতমতে দিবলৈ কেৰেপেঁহাবলৈ ধৰিলে।

ইতিমধ্যে দেউতাকৰ মৃত্যু হোৱাত ঘৰখন তেওঁৰ টেটুত লাগিল। হৰিনাথৰ ব্যৱহাৰত দেউতাকৰ মনত মৃত্যুৰ আগেয়ে অশান্তি হৈছিল। গতিকে দেউতাকৰ মৰণ সুমৰণ নহল বুলি লোকে কোৱা শুনা যায়। মৰিবৰ সময়ত হেনো দেউতাকে হৰিনাথক শাও দি এই সংসাৰৰপৰা বিদায় ললে।

দেউতাক মৰাৰ অলপ দিনৰ পাচৰেপৰা বহুত মানুহে তেওঁলৈ ছোৱালী যাচিবলৈ ধৰিলে, কিন্তু অশৌচ নোযোৱাৰ কাৰণে (অৰ্থাৎ এবছৰলৈ বিয়া-বাৰু কৰাব নোৱাৰা কাৰণে) বছেৰেকীয়া যোৱাৰ এমাহ-মানৰ পাচতে নগৰ মহল মৌজাৰ ৰাপিৰাম মৌজাদাৰৰ জীয়েকৰ লগত তেওঁৰ 'শুভ বিবাহ' মহাসমাৰোহেৰে হৈ গল।

বিয়া হৈ যোৱাৰ কেইদিনমানৰ পাচতে নৱ-পৰিণীতা সহধৰ্ম্মিণীৰে সৈতে তেওঁ ঘৰলৈ উভতিল। বাটৰ ভাগৰ নপলোৱাত আৰু টোপনি খতি হল বুলি সেই দিনা ৰাতি ন-ছোৱালীয়ে পৰিয়ালৰ আন কোনো মানুহৰে সৈতে কথা নাপাতি আৰু সামাজিক নিয়ম-কাৰণ অৱজ্ঞা কৰি বিছনাত পৰিল। ঘৰৰ সকলো মানুহে আৰু ওচৰ চুবুৰীয়াইঁতে আচৰিত মানিলে।

ন-ছোৱালীৰ বাপেক মৌজাদাৰ যদিও তেওঁৰ অৱস্থা টনকিয়াল নহয়। কাৰণ মৌজাদাৰৰ বহুতো ধাৰ আছে। যথা সময়ত 'কিস্তি' শোধাবলৈ কেঞা-মহাজনৰপৰা টকা ধাৰ কৰোঁতে কৰোঁতে সৰ্ব্বস্বান্ত হব লগাত পৰিছে। চহকী মানুহৰ ঘৰলৈ পৰি উকিল হাকিমৰ সহধৰ্ম্মিণী—গতিকে তৰ্কবিজ্ঞান-মতে উকিলনী হাকিমনী—হবলৈ পাই তেওঁ ভেমত ওফন্দি গঙাটোপ যেন হল। লগে লগে উকিল হাকিমবো স্বভাৱৰ পৰিবৰ্ত্তন হবলৈ ধৰিলে। উকিলনীয়ে দহ বুলিলেই দহ, পাঁচ বুলিলেই পাঁচ। এক কথাৰে উপমাবিশিষ্ট কৰি কবলৈ গলে, উকিলনী-স্বৰূপিনী জীৱন কাণ্ডাৰিণীৰ (?) হাতত তেওঁৰ জীৱন-তৰণী উৎসৰ্গীকৃত হল।

ভায়েকহঁতৰ পঢ়া খৰচ, মাক, ভায়েক, ভনীয়েকহঁতৰ খোৱা বোৱাৰ খৰচ আৰু তেওঁবিলাকৰ কোনোবা নৰিয়া পৰিলে ঔষধ-পাতিৰ খৰচ দিবলৈ তেওঁ টান পোৱা হল। তেওঁৰ মানত এইবোৰ হেনো 'বাজে খৰচ'। ইফালে কলিকতাৰ হেমিল্টন আদি কোম্পানীৰপৰা অৰ্দ্ধাঙ্গিনীয়েকৰ সোণৰ বালা, 'ইহুদী মাকড়ী', ইয়াৰিং', পাছি শাৰী, বেচমী জেকেট, 'ডায়েমণ্ড ক্ৰচ' আদিৰ 'পাৰ্চেল' লবলৈ হলে তেওঁৰ ধন ওলায়! কোনো ৰাজহুৱা কাৰ্য্যত বৰঙনি দিবলৈ তেওঁৰ গা বেজায়, কিন্তু উকিলনীয়ে ঘৰলৈ পঠিয়াবলৈ টকা খুজিলে (খুজিলে কিয়, তেওঁক হুকুম দিলে) তেওঁ বিনা বাক্যব্যয়ে তাত মাস্তি হয় আৰু মহৎ উদাৰতাৰ পৰিচয় দিয়ে। সভা-সমিতিত দীঘল দীঘল বক্তৃতা দিয়া অভ্যাস তেওঁৰ এতিয়াও আছে, কিন্তু কাৰ্য্যত তাৰ বিপৰীত তেৱেঁই কৰে। সভা-সমিতিৰ বছেৰেকীয়া অধিবেশন হলে 'ৰিজলিউচন পাচ' কৰাত (অৰ্থাৎ প্ৰস্তাৱ ডাঙি ধৰাত বা সমৰ্থন কৰাত) তেওঁ সদায় আগৰণুৱা আৰু বৰঙনি দিবলৈ অঙ্গীকাৰ কৰি কাকতত চহি দিয়াতো তেওঁ সকলোৰে

আগত, কিন্তু আচল কাম কৰিবৰ বেলিকা তেওঁৰ সাক্ষাতকে পাবলৈ টান। ইয়াকে বোলে "মুখেন মাৰিতং জগৎ।"

এবাৰ তেওঁ ভ্ৰাতৃ-প্ৰেমৰ কেনে পৰাকাষ্ঠা দেখুৱালে, পাঠক, শুনিবানে? শুনা তেন্তে কওঁ:—তেওঁৰ চাকৰ লৰাটোৰ পানী-লগা জ্বৰ হল, ডাক্তৰক মাতি পঠিয়ালে। ডাক্তৰে'ভিজিটৰ' লোভত দিনটোত দুবাৰ তাক চাবলৈ আহে আৰু দৰবৰ ব্যৱস্থা কৰে। তেওঁ হাকিমনীৰ প্ৰিয় পাত্ৰ চাকৰ লৰাটোৰ কাৰণে দামী দামী দৰব কিনিবলৈকো টান নাপালে। দৰবৰ আনুষঙ্গিক পথ্য আদিতো ভালেখিনি ধন ভগন হল। ইফালে আন এটি কুঠৰীত তেওঁৰ মুমলীয়া ভায়েকটোও জ্বৰত লালকাল হৈ পৰি আছে, কিন্তু তাৰ ফালে তেওঁৰ ভ্ৰূক্ষেপেই নাই। ডাক্তৰৰ হতুৱাই তাৰ চিকিৎসা কৰাওক ছাৰি তেওঁ তাৰ ভুলবলৈকো নাযায়; সি কেনে আছে ঘৰৰ কাকো নোসোধে। দৰব-জাতি, পথ্য আদিৰ কি ব্যৱস্থা হৈছে তেওঁ তাৰ খবৰেই নাৰাখে। মাকে (মাকৰ পোৰা পেটে নসহিলে দেহি!) আৰ-তাৰপৰা ধাৰ-ঋণ কৰি মুমলীয়া পুতেকৰ চিকিৎসা কৰালে, কিন্তু উপযুক্ত পথ্যৰ অভাৱত তাৰ গা টঙাবলৈ ভালেমান দিন লাগিল। আয়ুসত চাউল আছিল দেখিহে জানিবা সি এই যাত্ৰা ৰক্ষা পালে—সন্নিপাত জ্বৰৰ গৰাহৰপৰা পৰিত্ৰাণ পালে। ওচৰ চুবুৰীয়া আটায়ে তেওঁৰ এনে ঘিণ-লগা ব্যৱহাৰৰ কথা শুনি হৰি হৰি কৰিলে।

মুখেৰে পৰিয়ালৰ সকলোৰে লগত যদিও ভাল, কিন্তু পেটে-সমন্বিতে তেওঁ কাকো ভাল নাপায়। অৱশ্যে ইয়াত তেওঁৰ 'অৰ্দ্ধাঙ্গিণী'ৰ কথা কোৱা নাই।

তেওঁলোক দুয়োকো মাকে 'বৈঠকখানাত' আনি ভাত দিবহি লাগে, তেহে বোলে তেওঁ মনত সুখ পায়। দুয়ো একেখন মেজত

বহি 'খানা' খাবলৈ নাপালে তেওঁৰ মনত সুখ নালাগে। ঘৈণীয়েকে তো ঘৰৰ বন কৰক ছাৰি কুটা এগছকে দুডোখৰ নকৰে, ঠেঙৰ ওপৰত ঠেং তুলি, ভেম ধৰি, নভেল-নাটক পঢ়িবলৈ পালেহে শ্ৰীমতীয়ে হাতে হাতে স্বৰ্গ ঢুকি পায়। বঙ্গলা নাটক-নভেল, গ্ৰন্থাৱলী আদিতহে বোলে ৰাপ বেচি ; গতিকে অসমীয়া কিতাপ কিনি পঢ়াৰ অভ্যাস তেওঁৰ নাই। আনকি উকিল হাকিমে লোৱা কোনো এখন অসমীয়া মাহেকীয়া কাকতৰ পাতকেইটা লুটিয়াবলৈ বোলে তেওঁৰ "সময় নাই," আৰু লুটিয়াবই বা কিয়, তাত তো "নাই যে নাই!" একোৱেই নাই। তেওঁ-বিলাক দুয়ো গৰাকীৰে খোৱাৰ বন্দবস্তও সুকীয়া। ভাল ভাল বস্তু-বোৰৰ ভঁৰাল (এটি সৰু কুঠৰী) তেওঁৰ শোৱনী কোঠাৰ ওচৰতে ; তাৰ সঁচাৰ-কাঠিও শ্ৰীমতীৰ হাততে। সেই অনুপম খোৱা-বস্তুবোৰৰ ভাগ পাবলৈ ঘৰৰ আন কোনোবাই আশা কৰাটো বোলে অসুৰে দেৱতাৰ অমৃতৰ ভাগ পাবলৈ আশা কৰাৰ নিচিনা।

লাহে লাহে ঘৰুৱা কোন্দলৰ পৰিমাণ বাঢ়িল, তাৰ মাত্ৰা চৰি উঠিল। তেওঁবিলাক দুয়ো বেলেগে থাকিবলৈ মন মেলিলে। কথা কাৰ্য্যত পৰিণত হল। পৈতৃক মাটি-বাৰী আদি ভাগ কৰি তেওঁ বেলেগ হল ; আৰু বেলেগে এটা দুমহলীয়া পকা দালান সাজি তাত থাকিবলৈ ধৰিলে। ঘৰৰ লগত তেওঁ একেবাৰে সম্বন্ধ ছিঙিলে।

আঘোণী বাই কম মানুহ নহয়। কথা কবলৈ চালে তাই মুখলৈ নাচায়। এদিন হৰিনাথে হলধৰ উকিলৰ চৰাত বহি গল্প কৰি আছে, এনেতে ভিতৰত হাকিমনীৰে সৈতে আঘোণীয়েও 'গল্প' জুৰি বহিছে। নজনা ভাও ধৰি হৰিনাথকে শুনাই আঘোণী বায়ে গলগলীয়া মাতেৰে ডাঙৰকৈ কলে "এৰা আইটি, আজিকালি লৰাবোৰৰ কিবা মতি গতি লবিল সিদিনা চকুৰ আগতে কি দেখিলোঁ, হৰি হৰি! আমি সৰু মানুহ

'ছোট লোক' যদিও এনে গৰ্হিত কাম কৰিব নোৱাৰোঁ। বুঢ়ী মাকজনী আৰু সৰু সৰু ভায়েক-ভনীয়েকক নিৰাশ্ৰয় কৰিবলৈ ভাল 'সন্ত' গল হয়! চুটামান কলীয়া আখৰ শিকি ইয়ালৈকেহে 'পণ্ডিত' হব লাগে হয়! হৰি হৰি! বোলে 'ৰাম ভাল' ৰাম ভাল, ৰাম নহয় যমকাল'।"



# কাউৰী। *

কলীয়া কাউৰী, তোক আটায়ে ঘিণায়।
মই কিন্তু নিঘিণাওঁ, স্বকীয়া বিধান
মোৰ, ৰুচি আৰু গুণৰ মান
কৰা ৰীতি মোৰ, 'কা-কা' মাত কেনে আহা
কাণ জুৰ কৰা! অব্যক্ত ভাষাত জানো
অতীত কাহিনী তোৰ শুনায় নৰক।
মঙ্গলতী হে কাউৰী, কিৰূপে শিকিলি
মঙ্গলৰ আওভাও? কোন গুৰু তোৰ?
কিনো চতুৰালি কৰি বঙ্কিম গ্ৰীৱাৰে
ঠেঙ ধৰি নাচি নাচি উৰি উৰি ফুৰ?
যদিও চতুৰ, তোক কুলিয়ে দেখোন
অনায়াসে ঠগ কৰে—তোৰ দ্বাৰা হেৰ,
নিজৰ পোৱালি কৰে ডাঙৰ-দীঘল!
ইনো কি বিধান?—আছেনে কি শাওপাত
বিধাতাৰ তোৰ ওপৰত? পৰিলনে
বিধাতাৰ কোপদৃষ্টি নিজৰ দোষত—
খণ্ডাব নোৱাৰ যাক? কটাইছ দিন,—
পৰ-মূৰে-খোৱা ৰীতি কৰিছে কুলিয়ে?

---

* অসমীয়া কবিৰ কুলি, কেতেকী, ভোমোৰা, মলয়া বতাহ আদি "পাৰ কৰা" ( hackneyd ) সুৰৰ কবিতা পঢ়ি শুনি ডেকা বৰুৱাৰ আমনি লাগিল আৰু কাণ তাল মাৰিলে। গতিকে তেওঁ এটি নতুন বিষয়ৰ কবিতা ৰচনা কৰি হাতৰ খজুৱতি মাৰিলে।

# গলগ্ৰহ।

হৰিহৰ বৰা মৌজাদাৰৰ বয়স এতিয়া আঢ়ৈ কুৰি বছৰৰ ডেওনা ডেই গৈছে। এনে বুঢ়া বয়সত দ্বিতীয় বিবাহ কৰিবলৈ তেওঁৰ কি গা উধালে জানো! তেওঁৰ ইপিনে প্ৰথমা ভাৰ্য্যাও জীয়াই আছে আৰু সেই ভাৰ্য্যাৰ গৰ্ভজাত তিনটি লৰা আৰু দুটি ছোৱালীও আছে; তাৰে বৰটি লৰাই কলিকতাত এফ-এ পঢ়িছেগৈ, ই দুটিয়ে ঘৰৰপৰা অহা-যোৱা কৰি স্থানীয় ইংৰাজী স্কুলত পঢ়িছে। ছোৱালী দুটি অৱশ্যে সৰু।

কথা-প্ৰসঙ্গত এদিন মৌজাদাৰে মৌজাদাৰনীৰ আগত কলে যে তেওঁৰ অনেক সম্পত্তি, খাওঁতাহে নাই, এতেকে তেওঁ দ্বিতীয় বিবাহ কৰিবৰ মন কৰিছে। তেওঁ ভাবিছিল, ঘৈণীয়েকক কথাৰে ভুলাব পাৰিব; গতিকে আগৰেপৰা ৰূপ-খটোৱা গুৰগুৰীত ৰবৰৰ দীঘল নলিচা লগাই আয়নেৰে ভাল উত্তৰ পাবৰ আশাৰে, টোৰোক টোৰোককৈ 'ধূমপান' কৰি তৃপ্তি লভিছিল। কিন্তু তেওঁৰ কথা শুনিয়েই মৌজাদাৰনী টিকৃচি বিকৃচি উঠিল। মৌজদাৰে সেই পিনেই টভক মাৰিলে। মৌজদাৰনীয়ে কবলৈ ধৰিলে:—"ভালেহে কথাতে কয় বোলে 'মানুহৰ বুঢ়া হলে পকিতি লৰে, কুকুৰৰ বুঢ়া হলে ফাপৰে ধৰে।' এই বুঢ়া বয়সত গলগ্ৰহ এটা চপাই মৰিব খুজিছেনে? মানুহক শনিয়ে পালে সি ছলাই-ভুলাই বিপদত পেলাইহে এৰে, আপোনাকো তেনে শনিয়েই পাব পায়। আপোনাৰ লৰা-ছোৱালীয়েই বা কি নাইকিয়া হৈছে! ঈশ্বৰে কৰিলে লৰাকেইটিয়েই আপোনাৰ নাম জলাব। বৰ বোপাটিয়ে আপোনাৰ কথা শুনিবলৈ পালে জ্বলি উঠিব। সি একাচেকা লৰা। 'বান্ধিলে মন শিলৰখুটি, মেলিলে মন ঘোৰাৰ চুটি।' আপোনাৰ মনক বান্ধি ৰাখক,

সি আপুনি বান্ধ খাই থাকিব। আপুনি কাৰোবাৰ কথা শুনিহে এনে কামলৈ মন মেলিছে হবলা! কোনোবা চকু-চৰহাই আপোনাৰ সোণৰ সংসাৰ ছাই কৰিবলৈ আপোনাক এনে কুবুদ্ধি দিছে হব পায়! মইনো কি কম, যেনে ভাল দেখে তাকে কৰক। ভাল হওক বুলি দু-আষাৰ কথা কলোঁ।"

মৌজাদাৰে উত্তৰ কৰিলে, "তুমি মিছাতে কথা চোবাইছা। বুঢ়া হলা, তেও তোমাৰ কথাৰ লাগ-বান্ধ নাই। মই আকৌ বিয়া কৰিলে যে এঘৰ নতুন মিতিৰ পাম তালৈ তুমি মনকে কৰা নাই হবলা। এতিয়া তো তোমাৰ ফালৰ মিতিৰ-কুটুমৰ পৰালি পৰিলেই। এনেতে যদি এঘৰ আপদে-বিপদে সহায় পোৱা মিতিৰ বিচাৰি নলওঁ, তেনেহলে আমি এঘৰীয়া মানুহক কোনে চকু মেলি চাব? এই বিষয়খন আছে বাবেই আজি মোৰ ইমান খাতিৰ, কাইলৈ নাইকিয়া হলেই মোৰ মৌজাৰ কোন মানুহে আহি মোক খাতিৰ কৰিবহি আৰু কোন আপদ-বিপদত সহায়-সাৰথি হব? বৰঞ্চ যাক যাক চল পাই এপোটোকা দিছোঁ। সিহঁতে তেতিয়া মোৰ শত্ৰুতা আচৰণ কৰিবলৈহে চাব; আৰু বুজিছাই নহয়, আজিকালি মানুহ বুলিলেই 'গাইগোটা পেটে ভৰাল'। আটায়ে স্বাৰ্থসিদ্ধিৰ বাট বিচাৰি ফুৰে।"

মৌজাদাৰনীয়ে এইবাৰ একো উত্তৰ নাকাটি উচাট মাৰি গুচি গৈ ৰোহ-পাটীত পৰিলগৈ। মৌজাদাৰে মনে মনে ভাবিলে, "মায়াৰাম চিৰস্তাদাৰৰ জীয়েকক তো বিয়া কৰিম বুলি তেওঁক কথা দিলোঁ এতিয়া যদি বিয়া ভাঙো তেন্তে বৰ লাজত পৰিব লাগিব আৰু তেও' যেনেহে মানুহ এনে একাষাৰ কথা শুনিবলৈ পালে মোৰ ওপৰত একেবাৰেই খড়্গহস্ত হব। হেন জানি বিয়া কৰাটোৱেই শ্ৰেয়ঃ। ঘৰঘৈণীয়ে মত নিদিলে কি হল, তেওঁ সতিনী খাটিব লাগিব বুলিহে

যাওক। বিয়া পতাৰ বাতৰি শুনাৰপৰা গাৱঁৰ নামতী ছোৱালীহঁতে চিৰস্তাদাৰৰ জীয়েকক "বুঢ়া দৰা, কোমল কইনা" আদি বিয়া নাম আৰু আন আন জোৰা-নামেৰে থেকেচি পেলাবলৈ ধৰিলে।

মৌজাদাৰৰ মৌজা ঘৰৰপৰা বাৰ মাইল দূৰত। বেচি ভাগ তেওঁ মৌজাতে থাকে ; মাজে-সময়ে ঘৰলৈ অহা-যোৱা কৰে।

মৌজাদাৰে ঘৈণীয়েকৰ আগত বিয়া কৰোৱা কথা উলিয়াবৰ দিনাই মৌজালৈ গুচি গল। মৌজা পাই তেওঁ বিয়াৰ ধুমধাম লগাই দিলে। বিয়াত মৌজাৰ সকলো ৰায়তে আনন্দেৰে যোগ দিলে। কন্যা-ঘৰৰ বিয়াৰ খৰচ-পাতিও দৰায়ে দিলে। যথা সময়ত 'শুভ বিবাহ' নিৰ্ব্বিঘ্নে নিৰাপদে হৈ গল। মৌজাদাৰে ন-ছোৱালী আনি মৌজাৰ ঘৰতে থলেহি। বৰজনী ঘৈণীয়েকে বিয়াৰ খবৰ বিয়া হৈ যোৱাৰ পিচ দিনাই পালে। মৌজাদাৰৰ মাজিউটো পুতেক সৰুটোতকৈ বুজন; সি এই কথা শুনিয়েই খণ্ডত একো নাইকিয়া হৈ দূৰৈৰ মোমায়েকৰ ঘৰলৈ গুচি গল।

মৌজাদাৰে তো ঘৰৰ ফালে কাণসাৰ এৰিছেই, এতিয়া বৰঘৈণী-য়েকেও যদি তেনেই কৰে তেন্তে যে সেইখন ঘৰ, ঘৰ গুচি বাঁহতল হব সেইটো অনায়াসে বুজিব পাৰি। এনে অৱস্থাত বহুত ঘৰ-ঘৈণীয়ে ঘৰৰ ফালে পিঠি দিয়ে, কিন্তু তেওঁ তেনে নকৰি, বিশেষকৈ বৰ-পুতেকৰ মৰম পাহৰিব নোৱাৰি, ঘৰখন চম্ভালি ৰাখিলে।

বিয়া হৈ যোৱাৰ কেইদিনমানৰ পাচতে মৌজাদাৰৰ বৰ পুতেকো কলিকতাৰপৰা আহি ঘৰ পালেহি। ঘৰ পাবৰ পিচ দিনাই তেওঁ দেউতাকক দেখা কৰিবলৈ মৌজালৈ গল। তাত দেউতাকক যথা-বিহিত সন্মান কৰি তেওঁ এইদৰে কলে, "দেউতা, আপুনি এনে কাম কৰি বৰ ভাল কৰা নাই। বুঢ়া কালত বিয়া কৰাই সতিনী লগলগোৱাৰ কুফললৈ আপুনি আওকণীয়া হোৱাত মনত বৰ বেজাৰ পাইছোঁ। বুঢ়া

কালৰ দিনকেইটা যাতে ভালে-কুশলে যায় আৰু যাতে ঈশ্বৰ-ভক্তিৰ ফালে মনটো ঢাল খায় তালৈহে সকলোৱে চকু ৰাখি চলা উচিত। আপুনি এইবোৰ জনা হৈও নজনাৰ ভাও ধৰিছে। আপোনাৰ লৰাই নাইনে, ছোৱালীয়েই নাইনে, কি নাইকিয়া হৈছে? সৰহ ভাগ মানুহেই নিঃসন্তান হোৱা গতিকে পুনৰ্ব্বিবাহ কৰা দেখা যায়, কিন্তু আপোনাৰ তো তেনে হোৱা নাই। বাৰু, যি কৰিলে, কৰিলে। 'গতস্য শোচনা নাস্তি', এতিয়া তো আপুনি আচল ঘৰৰ ফালে মন-কাণ দি নচলিলে নহব। মই আতৰত থাকোঁ; ঘৰৰ ফালে মন কৰিবৰ মোৰ শক্তি নাই। পঢ়া-শুনাৰ চিন্তাই মোক আগুৰি ধৰিছে, আৰু ভাবি চাওক, মই যদি পঢ়িব-শুনিবলৈ এৰি এতিয়াৰপৰা ঘৰত থাকোঁহি, তেন্তে মোৰ পক্ষে সংসাৰ আন্ধাৰ নহবনে? এতেকে, দেউতা, আপুনি ঘৰখন চম্ভালিব। দিনচেৰেকৰ পাচত মই তো নগলেই নহব। মই আপোনাক উপদেশ দিবলৈ অহা নাই। মনৰ আবেগ সামৰিব নোৱাৰি মোৰ ক্ষুদ্ৰ বুদ্ধিৰে ঢুকি পোৱা দুআষাৰমান মাথোন কথা কলোঁ। আপুনি যেনে ভাল দেখে কৰক।"

মৌজাদাৰে পুতেকৰ কথা শুনি অলপ পৰ টলকা মাৰি বৈ মনে মনে ভাবিলে, "বাস্তৱতে মানুহে যে কয় বোলে 'চাৰি দেশ ঘূৰে যি চাৰি কথা শিকে সি' এই কথা মিছা নহয়। আজি ববোপাটিয়ে যিবোৰ কথা কলে, সেই আটাইবোৰেই যে সঁচা তাক মই মিছা কৰিব নোৱাৰো।" পাচত তেওঁ পুতেকক ফুটাই কলে, "বব বোপাটি, যি হব লগা আছিল হৈ গল। মই তোৰ কথাবোৰ নশলাগি থাকিব নোৱাৰোঁ। আজিৰ-পৰা মই তোৰ কথা মতে চলিম। এতিয়া জা-জলপান খা আৰু থাই-বই কেইদিনমান ইয়াতে থাক। মোৰে সৈতে একেলগে ঘৰলৈ যাবি। মাহীদেৱেৰক কাইলৈ মাকৰ ঘৰলৈ পঠিয়াবলৈ দেউতাকে চিঠি দিছে,

কাইলৈ পঠিয়াম। সেইবোৰ কথা এতিয়া এৰ। পিচে কচোন বাৰু, তোৰ পঢ়াশুনা কেনে হৈছে।" পুতেকে পঢ়া-শুনা ভাল হৈছে বুলি কোৱাত তেওঁ বৰ আনন্দ পালে আৰু পুতেকক আদৰ-সাদৰ কৰিলে।

তিন দিনৰ পাচত দুয়ো ঘৰ পালেহি। ঘৰত আহি মাজিউ পুতেক আঁতৰি যোৱা বাতৰি শুনিহে মৌজাদাৰ বৰ দুঃখিত হল। দুদিন ঘৰত থাকি তেওঁ মৌজালৈ উলটি যাবৰ সময়ত বৰ পুতেকে কলে, "দেউতা, মই হলে মাহীদেওক ইয়ালৈকে লৈ আহিবলৈ কওঁ। নিজৰ স্বভাৱ ভাল হলে বৌৰ লগত বেচ মিলা-প্ৰীতিৰে থাকিব পাৰিব। 'আপোন ভালেই জগৎ ভাল।' কেঞাৰ ঘৰত আপোনাৰ ইমানবোৰ ধাৰ আছে; তাতে যদি আকৌ দুখন ঘৰ পুহিব লগাত পৰে, তেনেহলে আপোনাৰ ভিকাচন ভাগিব। এতেকে আপুনি অলপতে তেওঁক লৈ যাওকহি।"

পুতেকৰ কথাৰ শলাগ লৈ মৌজাদাৰ ঘৰৰপৰা ওলাল আৰু "ছদিনৰ পাচত মাহীদেৰেৰক ইয়ালৈ পঠিয়াম" বুলি কৈ গল।

নিৰ্দ্দিষ্ট দিনত নতুন মৌজাদাৰনী আহি পুৰণি ঘৰ পালেহি, কিন্তু তেওঁ স্বভাৱৰ গতিকে তাত তিষ্ঠিব পৰাটো লাহে লাহে টান হৈ উঠিল। তলে তলে দন্দ-হাইৰ গছে শিপাবলৈ ধৰিলে। শেষত ইয়াৰ সম্ভেদ পাই, গতি বিষম জানি, মাকক বৰাই-বুজাই মৌজাদাৰৰ বৰ পুতেক কলিকতালৈ উভতিল।

পুতেক কলিকতালৈ যোৱাৰ পিচ দিনাখনেই মৌজাদাৰৰ মৌজাতে বৰ টান জ্বৰ উঠিল। গাৰী ধৰি আহি তেওঁ ঘৰত জ্বৰ গালেহি।

সান্নিপাতিক জ্বৰত জ্বৰীয়াই চেঙালুটি পাৰিবলৈ ধৰিছে; সিফালে দৈণীয়েকহঁতে অলপ কথাৰ পৰাই থুন্দাখুন্দে দন্দ মাৰি -আলোকা

স্ত্ৰীলোকে আশীৰ্ব্বাদ দিব লাগিছে। বেমাৰীৰ কাণ তাল মাৰিলে; ৰোগৰ প্ৰতাপ একোৰ চৰিল।

ন-গৰাকীৰ গাতহে সম্পূৰ্ণ দায়। মৌজাদাৰে দন্দ কৰিবলৈ হাক দি নৰিয়া-পাটীৰপৰা কিমান চিঞৰিব লাগিছে, তথাপি ঘৈণীয়েকহঁতৰ কাণসাৰ নাই, বৰ ছোৱালীটিয়েইহে যি প্ৰতিপাল কৰিছে; এওঁ-বিলাকতো ওচৰলৈকে অহা নাই। থাকি থাকি একো একোবাৰ বেমাৰীয়ে করুণ স্বৰে, কাতৰ কণ্ঠে কয়, "উস্! মই কি গলগ্ৰহটো চপাই ললোঁ! মই কেনে নিৰ্ব্বোধ !!"

মৌজাদাৰৰ নৰিয়া কম হওক ছাৰি ক্ৰমে বেচিহে হৈ, উঠিল। নিয়মিত শুশ্ৰূষাৰ অভাৱেই ইয়াৰ ঘাই কাৰণ। মূৰকত তেওঁ বচা টান হল। জ্বৰ হোৱাৰ কুৰি দিনৰ পাচত তেওঁ সংসাৰলীলা সামৰি অনন্ত নিদ্ৰাত পৰিল। লগে লগে ঘৰত কান্দোনৰ ৰোল উঠিল।

বৰ পুতেকলৈ বিজুলী-ডাকত বাতৰি পঠিয়াত তেওঁ ৪ দিনৰ মূৰত ঘৰ পালেহি। যথা সময়ত প্ৰেতকৰ্ম্মাদি হৈ গল।

ঘৰ এখনৰ ভাৰ মূৰত পৰাত তেওঁ আৰু কলিকতালৈ যাব নোৱাৰিলে, এফ-এ পাচ কৰাৰ আশাত জলাঞ্জলি দিবলৈ অৱস্থাই তেওঁক বাধ্য কৰিলে। মাজিউ ভায়েকলৈ নানা উপদেশেৰে চিঠি এখন লিখাত সি ঘৰলৈ উভতি আহিল আৰু ককায়েকৰ আদেশমতে, ঘৰতে থাকি ঘৰ চলোৱাত তেওঁক সহায় কৰিবলৈ ধৰিলে।

মৌজাদাৰৰ বৰ পুতেকে মৌজাটো পালে আৰু দেউতাকৰ বছেৰে-কীয়া শ্ৰাদ্ধ হৈ যোৱাৰ কিছু দিনৰ পাচত বিয়া-বাৰু কৰাই, ধাৰ ঋণ মাৰি সুখেৰে দিন নিয়াবলৈ ধৰিলে। তেওঁ পৈতৃক সম্পত্তিৰ ভাগ এটা দি মাহীয়েকক নিজৰ মাকৰ ঘৰতে থাকিবলৈ দিহা-পোহা কৰি দিলে। এনে বন্দবস্ত কৰাত বহুতে তেওঁৰ গাত দোষৰ ছাঁ পেলাব

পাৰে, কিন্তু দকৈ গমি চালে তেওঁৰ গাত সমূলি দায় নাই। তেও ভাবিলে যে মাহীয়েক ঘৰত থাকিলে ঘৰৰ সুখ-শান্তি কৰবালৈ পলাব; গতিকে তেওঁক এটা সুবিধা লগাই মাকৰ ঘৰত থাকিবলৈ পঠিয়ালে।

বুঢ়া কালত গলগ্ৰহটো চপাই মৌজাদাৰ ভাল কলৰ-জুপৰকৈ মৰিল হয়!



# আমি অসমীয়া খাঁটি।

( ১ )

আমি অসমীয়া খাঁটি।
আমি আত্ম-অভিমান বুকৰ কুটুম
কৰি লওঁ দিনে-ৰাতি ;
আৰু আপোনাৰ দোষ দেখিও নেদেখোঁ,
পৰ-দোষ ফুৰোঁ ৰটি।
দেশৰ উন্নতি-বিধি নিতে দেখোঁ,
কাকতে-পত্ৰই প্ৰবন্ধও লিখোঁ ;
কিন্তু কামত সম্পূৰ্ণ বিপৰীত কৰোঁ,—
এনেহে গতি-প্ৰকৃতি ;
আমি অসমীয়া ভাষা আলচ নকৰোঁ,
সাহিত্যতো নাই ৰতি।
—আমি অসমীয়া খাঁটি।

( ২ )

আমি 'আমাৰ সাহিত্য ভাবৰ দুখীয়া'
বুলি কওঁ বুকু ডাঠি ;
আৰু শিক্ষাৰ ভেমতে ওফন্দি ফুৰোঁতে
ফুৰে যদি ফেৰ পাতি
ছোট লোক', আমি ডাবিত কপাওঁ,
ঘৃণাৰ চকুৰে সিহঁতক চাওঁ ;

কৰোঁ। 'অসমীয়া ভাষা নাজানো বুলিও
বাহাদুৰী দিনে পতি;
আমাৰ আন নহলেও বৰ্ণাশুদ্ধি দোষে
সুপিকেই কৰে মাটি।
—আমি অসমীয়া খাঁটি।

( ৩ )

'আৰু অসমীয়া কথা কওঁতে সদায়
কৰোঁ ফিল্ ডিফিকল্টি;*
ভাব ইংৰাজী শব্দেৰে 'এক্সপ্ৰেচ' ‡ কৰোঁ,
তেহে হয় মন স্ফুৰ্ত্তি।
সভা-সমিতিত ইংৰাজী বক্তৃতা
দিব পাৰোঁ যেন কৰি সনা'পিঠা;
কিন্তু মাতৃ-ভাষাত দিবলই হলে
হেৰায় থৰ-যুগুতি;
হায়! ভাববাশি যায় কেনিবা পলাই,
ফুৰোঁ যেন উটি উটি।
—আমি অসমীয়া খাঁটি।

( ৪ )

চোৱা বেহা-বেপাৰত অনিচ্ছা আমাৰ,
কোনে কৰে খেতি-বাটি?

* Feel difficulty.

‡ Express.

হেৰোঁ সিয়ে চহা বন, হালোৱাৰ কাম !
তাত নাই প্ৰতিপত্তি।
বিদেশীয়ে ধন নিছে হোৱাহোৱে,
তালই নো কোনে ভ্ৰূক্ষেপ কৰে ?
আমাৰ পেটে-ভাতে খাই থাকিব পাৰিলে
তাতেই আনন্দ অতি ;
আমি চাকৰী বিচাৰি হাবাথুৰি খাই
ফুৰোঁ হই লটিঘটি।
—আমি অসমীয়া খাঁটি।

( ৫ )

আমি এল্লাহৰ দাস, অনৈক্য-সেৱক,
খিয়ালৰ নাতি-পুতি।
কোনে মিছাতে এনেই কষ্ট কৰি মৰে,
সহি দুখ-দুৰগতি ?
বুদ্ধিত সাক্ষাৎ বৃহস্পতি আমি,
আমি মাগোঁ চিনি পাওঁ 'কৰ্ম্মভূমি' ;
তুমি কিয় বিভীষিকা —মিছা-মৰীচিকা—
দেখা হই হীনমতি ?
চোৰাঁ মিছা দোষ মাথোঁ আৰোপা আমাত,
আমি যে কৰোঁ উন্নতি।
—আমি অসমীয়া খাঁটি।

# বান্ধকানিৰ পৰিণাম।

জহকালি দুপৰীয়া। সূৰ্য্য-দেৱতাই যেন অগ্নিহে বৰষিছে। বদৰ তাপত গছৰ পাত লেৰেলি গৈছে। বাটৰুৱা মানুহে 'গোৰে ঘাম যায় বহি' হৈ গছৰ ছাঁত জিৰণি লৈছে। হালোৱাই হাল বাই দুখে-ভাগৰে ফোঁপাই-জোপাই ঘৰলৈ উলটিছে আৰু মনতে পাঙিছে, অলপ চেনু পালেই কাৰোবাৰ খং কাৰোবাত সাৰি পিঠিত ঔ পাৰিব। জহকালিৰ দিনকেইটা বিশেষকৈ হৃষ্ট-পুষ্ট-বলিষ্ঠ আৰু গাঁঠলু-পেটাল পুৰুষৰ পক্ষে বৰ অসহনীয়। তেওঁবিলাকে জহৰ প্ৰতাপত কানি-কাছুটি এৰিব লগাত পৰে। বাৰু যাওক, সেইবোৰ বাৰে-বাংকৰা কথা লৈ পাতনি মেলিবৰ সকাম নাই। তথাপি 'নকলেও নোৱাৰি ফটা মুখ, কলেও লাগে দায়-দোষ।' থুলন্তৰ পুৰুষ ডেকা বৰুৱাৰ গাতো জহকালিয়ে বাৰুকৈ 'প্ৰভুত্ব বিস্তাৰ কৰি "যুদ্ধং দেহি যুদ্ধং দেহি" বুলি 'হুঙ্কাৰ ছাৰি' তেওঁক জোকাই লয়হি। কিন্তু আমুকা এনাপেচা ভকত নহয়। আপদীয়া জহৰ হাত সাৰিবৰ তেওঁ সুন্দৰ ব্যৱস্থা কৰি লৈছে, পইচা যোৱালৈ তেওঁ কেটাহিকে কৰা নাই। দেহাটোকে যদি সুখ দিয়া নহল, পেট মাৰি পইচা সঁচাৰ পৰা কি লাভ হব? ইয়াকে ভাৰি তেঁও 'আৰামী' চকী আৰু পাঙ্খা কিনি লৈছে; পাঙ্খা-টনা মানুহ বন্দবস্ত কৰি লৈছে, আৰু জিৰণিৰ উপযোগী বৰ বৰ দীঘল নলিচা লগোৱা গুৰগুৰী আৰু দেহা চেঁচা পেলোৱা 'চৰ্পতৰ' ব্যৱস্থা কৰিছে। আজি দুপৰীয়া তেওঁ মাছে-শাকে দবনিকৈ খাই বিশ্ৰামত পৰিল; লগে লগে লগৰীয়া চিন্তায়ো আহি তেওঁক জুমুৰি দি ধৰিলে। তেওঁ ভাবিলে:—"উস্ কটা, মানুহে ধন ধন বুলি কেলেই ইমান হাবাথুৰি খাই ফুৰে? দেখিছোঁ, সংসাৰৰ ধন-জন সকলো মিছা। ভালেহে জ্ঞানীজনে কৈ গৈছে—

'অর্থমনর্থং ভাবয় নিত্যং
নাস্তি ততঃ সুখলেশঃ সত্যং ॥'

আঃ মই তেও .বান্ধকানি ৰবিৰ কথাত হে লাগিছোঁ। ধন বুকত বান্ধি বপুৰিৰ কি অৱস্থা হল দেহি ! মৰি ধনগুলৈ হবলৈ পালে।"

এইদৰে আকাশ-পাতাল ভাবি থাকোঁতে ৰবিৰ পৰিণামৰ কথাই তেওঁৰ মনত বাৰকৈ খেলালে আৰু ৰাইজৰ আগত আজি তাকে 'বেকত' কৰি মনটো পাতলাবৰ বুদ্ধি। ঘটনাটো এই ঃ—

ৰবিৰাম সুদৰ টকাৰে চহকী হোৱা মানুহ। আনপিনে নহলেও টকাৰ জোৰ আছে বাবেই গঞাভূঞা সকলোৱে তেওঁক মান-সম্ভ্ৰম কৰে আৰু বৰসবাহ-বৰভোজত আগ পাত খাবলৈ দিয়ে। কাৰণ "ধনৰ নাম জয়ৰাম।" তেওঁৰ গুণৰ ভিতৰত এটি উল্লেখযোগ্য গুণ হৈছে কিৰ্পিণালি। ''আপডালৰ মহ-গৰু,কিৰ্পিণৰ ধন''এই মহাবাক্য শিৰত লৈ তেওঁ সংসাৰ চলাবলৈ ধৰিলে। লোকৰ দোষ খোচৰা বিদ্যাতো ৰবিৰাম বৰ পাকৈত। টাটক-নাটক কৰি ফুৰিবলৈ তেওঁ বৰ ভাল পায়। শুনা যায় যে 'চৰিত্ৰোদ্ঘাটিনী সভা' জয়ে জয়ে তেৱেঁই প্ৰতিষ্ঠা কৰে আৰু বহুত দিন-লৈকেসেই সভাৰ সুযোগ্য সম্পাদকৰূপে সভাৰ কাৰ্য্য সুখ্যাতিৰে চলাই এভাগ তলখুচৰীয়া মানুহৰপৰা যশস্যা আৰ্জ্জিছিল।

সংসাৰত সোমালে বহুত লেঠা, বিশেষকৈ অনাহকত ভালেমান টকা-কড়িৰ 'শ্ৰাদ্ধ' হয়, এইবোৰলৈ চাই তেওঁ এক ৰকম বিয়াকে নকৰাওঁ বুলিছিল; কিন্তু বাপেক-মাক, বংশ-পৰিয়াল, মিতিৰ-কুটুম, ইষ্ট-মিত্ৰ, গঞা-ভূঞা, জ্ঞাতি-গোত্ৰ, অওহী-বওহী, আলেকৰ পালেক,কুকুৰা-চোৱাৰ ভাগিনীয়েক,' সকলোৱে বৰকৈ ধৰাত হে ছকুৰি বছৰ বয়সত বিয়া কৰিলে ; বিয়া কৰিলে হয়, কিন্তু এই কথা তেওঁ মনৰপৰা নেৰিলে যে তেও হাতৰ মুঠি আগতকৈও টানিহে ধৰিব। জানোচা ঘৈণীয়েকে তেওঁ

নজনাকৈ অমুকা ককাইৰ হাতত, অমুকী বাইৰ হাতত মাজে-সময়ে ছেগ বুজি টকা-কড়ি মাকৰ ঘৰলৈ পঠিয়াই তেওঁক চুঁচ তলি উদং কৰে তালৈ তেওঁৰ ভয় হৈছিল।

কিছু দিনৰ পাচত ৰবিৰ বাপেক মাক জহনীত পৰি মৰিল। ৰবিয়ে টিপিং-টাপাংকৈ কোনোমতে পিণ্ডটো দি 'পুৎ' নামৰ নৰকৰ পৰা পিতৃ-মাতৃক পৰিত্ৰাণ কৰি 'পুত্ৰ' নাম সাৰ্থক কৰিলে!

এদিন এজন শিক্ষিত ডেকা সমাজৰ হিত চিন্তি কোনো সদনুষ্ঠানৰ বাবে আন আন ভদ্ৰলোকৰপৰা পইচা তুলিবলৈ যাওঁতে তেওঁৰ ওচৰ ওলালগৈ আৰু তেওঁক পঁচাৰ ফৰ্দ্দখন দেখুৱালে। ৰবিৰামে ডেকাজন তেওঁৰ পৰা টকা ধাৰ কৰিবলৈ আহিছে বুলি ভাবি প্ৰথমতে তেওঁক বৰ আদৰ-সম্মান দেখুৱালে,কিন্তু যেতিয়া দেখিলে যে কথা.বিপৰীত, তেতিয়া তেঁও কাকতখন ওলোটাই দি কলে, "বোপা, আমাৰ নিচিনা ভিকহু মানুহে কি টকা দিব! নেদেখিছা এই হেন পৰিয়ালটো পুহিব লাগে। মোৰ বোধেৰে মোৰ নামটো বাদ দিলেই ভাল। আনেই মোৰ হৈ সেই কেইটকা দিব। এতিয়া যোৱাহে।"

ডেকাই উচাট মাৰি "কটা, এইবোৰকে ডাঙৰ মানুহ বোলে! এইবোৰেই আমাৰ সমাজৰ মুখিয়াল! এনে ধৰণৰ মানুহ নকমে কিয়? এনে মানুহ থকা-নথকা একে কথাই" এইদৰে নানা কদৰ্থনা কৰি তাৰ-পৰা গুচি গল। ডেকাজন গলত ৰবিৰামে অলপ তৎ পালে; তেতিয়াহে তেওঁৰ ধাতু আহিল আৰু ভাবিলে, "ভাল ৰক্ষা পৰিলোঁ।! মোৰ মুঠি টান নোহোৱা হলে আজিয়েই বাৰুকৈ কেইটকিমান সৰকালেহেঁতেন! তেওঁবিলাকেই সজ কাম কৰি ফলাওক,আমি তাৰ ভাগ লবলৈ নাযাও। পঁচা-বৰঙনি বুলি মুঠিয়ে মুঠিয়ে ধন নিনো তেওঁবিলাকে কি 'যজ্ঞত লগায়?' বনৰীয়া বোম্বাই আমাৰ কি পছ মাৰি দিব! এই বাবৰ

পৰা আৰু অমুকাই এনে বিধৰ মানুহক ওচৰকে চাপিব নিদিয়ে এই কথা ধুৰুপ।”

বিয়া কৰোৱাৰ দুবছৰৰ মূৰত তেওঁৰ ছোৱালী এটি জন্ম হল, কিন্তু তাই ডেৰবছৰীয়া হৈয়েই মৰিল। বান্ধকানি ৰবিয়ে মুখৰে জীয়েক মৰা বাবে মানুহৰ আগত বেজাৰ কৰেহে কৰে, কিন্তু পেটে-সমনিতে বোলে ভালহে পাইছিল, কাৰণ তেওঁৰ হেনো খৰচ কমিবৰ আৰু ভাগ্য সুপ্ৰসন্ন হবৰ আগন্তুকহে হৈছিল! ভবিষ্যৎ চিন্তা কৰিয়েই তেওঁ এনে ভাব পুহিছিল। কাৰণ তেওঁৰ মতে “ছোৱালী বুলিলেই লহ্‌পহ্ কৰে বাঢ়ি যায়, চাওঁতে চাওঁতেই গাভৰু হয়; গাভৰু হলেই বিয়া দিব লাগে; বিয়া দিয়া মানে টকাৰ ‘শৰাধ’ কৰা!” ছয়-সাত বছৰৰ পাচত তেওঁৰ লৰা-ছোৱালী এথোপা হল। ৰবিয়ে সিঁহতে খাই ঢ়কাব যেন দেখা হল আৰু সিহঁতক চকু পোন্দোৱাকৈ চোৱা হল॥ ভাল বস্তু কিনিলে পইচা বেচি যায় দেখি ৰবিয়ে বেয়া (কোনোমতে কাম চলা) বস্তুহে কিনে; ঘৰত বেয়া বুলি আপত্তি কৰিলে ডাবিত সুৰাসুৰ কঁপায়। মাছৰ ভিতৰত পুঠি, খলিহা, মোৱা, দৰিকণা তেওঁৰ বৰ ‘লাকটৰ বস্তু’ আছিল আৰু তেওঁ শলাগি-শুলাগি খাইছিল। আচল কথা, সৰু মাছ কিনিলে বহুত পইচা বাঁচে হেনো! লৰা-ছোৱালীহঁতে মাজে-সময়ে বাপেকক কাপোৰ-কানি খুজিলেও ডাবিহে খায়, বাপেকে উপযাচি দিয়া তো দূৰৰ কথা।

ইয়াকে বোলে পেট মাৰি পইচা সঁচা। বান্ধকানি মানুহৰ স্বভাৱেই এনে। সিহঁতে ধনৰ সৰু ব্যৱহাৰ কৰিব নাজানে। কেনেকৈ টকা-পইচা সাচিব ওৰে'দিন, ওৰে ৰাতি তাৰহে চিন্তা, তাৰহে ভাবনা।

এবাৰ উৎকট মেলেৰিয়া বেমাৰত বহুত দিন ভুগি মাজিউ ছোৱালী-জনী মৰিল আৰু তাৰ ছমাহৰ পাচত হাইজাত পৰি ঘৈণীয়েক আৰু বাকী

লৰা-ছোৱালীকেইটি মৰিল। ৰবিয়ে ভাবিলে, সৰ্ব্বগ্ৰাহী, শোকসন্তাপ-হাৰী মৃত্যুয়ে অশেষ কল্যাণ সাধিলে। এতিয়া ৰবিৰ পৰিয়ালৰ ভিতৰত অকল ৰবিহে জীয়াই আছে। এতিয়া আৰু তেওঁৰ ধন ৰক্ষাৰ বাট সুগম আৰু নিষ্কণ্টক হল। সংসাৰত অকলশৰীয়া হৈ থাকিবলৈ তেওঁ ভাল পোৱা হল। নিঠৰুৱা হৈ তেওঁ ভাবিলে, ঈশ্বৰে যি কৰে ভাল-লৈহে কৰে।"

ঘোপমৰা আন্ধাৰ ৰাতি। আন্ধাৰত ওচৰৰ মানুহকে চিনিব নোৱাৰি। আকাশত তৰা দুই-এটিয়ে গাথোন অলপ অলপকৈ জিকমিকাব লাগিছে। জগৎ নিমাত-নিটাল; কতো সাৰ-শিকতি নাই। শিয়ালৰ 'হোৱা হোৱা,' 'খেক্ খেক্' শব্দই এনে ভয়ঙ্কৰ ৰাতিক আৰু ভয়ঙ্কৰ কৰি তুলিছে। নিশাচৰ ফেঁচাৰ 'নিও নিও' মাতে কুসংস্কাৰী মানুহক —বিশেষকৈ তেনে ধৰণৰ আমাৰ ৰবিক—বৰ ভয় খুৱাইছে; যম দূতেহে যেন নিওঁ নিওঁকৈ মাতি তেওঁক নিবলৈ আহিছে! ৰবিয়ে আজি তেওঁৰ বৰ দুৰ্দ্দিন বুলি ভাবিলে। তেওঁ জা-জল পান অলপ খাই চাটি-ফুটি কৰি বিছনাত পৰিল। ৰাতি ভালেমান হল, তথাপি তেওঁৰ টোপনি অহা নাই।

দুপৰ ৰাতি ৰবিয়ে কলা-ঘুমটীয়া অৱস্থাত দেখিলে,যেন তেওঁৰ পেৰা-কেইটাৰ ভিতৰৰ ধন-সোণ বোৰে তেওঁৰ মুৰে গায়ে পিয়াপি দি ফুৰিছে আৰু যেন কিবা এটা দাঁত-মুৰ নিকটাই ওচৰতে বৈ আছে। মূৰ্ত্তি দেখিয়েই তেওঁৰ চুৰ্ত্তি হেৰাল। কিন্তু ভয় খালে কি হব, আজি তেওঁৰ শেষ দিন —অন্তিম কাল উপস্থিত। আজি মৃত্যুৱে দেখা দিছে যেতিয়া ভয় খোৱা মিছা। অলপ পৰৰ পাচতে তেওঁৰ দেহা-সজাৰপৰা প্ৰাণ-পখী ভুৰুংকৰে উৰি লৰ মাৰিলে।

পিচ দিনা ৰাতিপুৱা বহুত বেলিলৈকে ৰবি মুঠা দেখি ওচৰ চুবুৰীয়াৰ

সকলোৱে 'ৰ ৰ ৰবি,' বুলি বহুত ৰাব মাতিও মাত নাপাই সকলো ওচৰলৈ গৈ দেখে যে তেওঁৰ দেহা জীৱনশূন্য; পেৰাকেইটা মেলি চালত দেখিবলৈ পালে যে সেইবোৰৰ তলি উদং—তাত একোৱেই নাই। দেখি আটায়ে বিস্ময়।

ৰবিৰ মৃত্যুত কান্দিবলৈ, এধাৰি চকুলো টুকিবলৈ এতিয়া তেওঁৰ আপোন কোনো নাই। পেটে-সমন্বিতে গঞা-ভূঞা কোনোৱে তেওঁক দেখিব নোৱাৰিছিল। ধকৰাৰ-মনত বিশেষকৈ আনন্দহে হল; কাৰণ এগুণৰ ঠাইত দুগুণকৈ সুদ লোৱা ৰবি আৰু এই সংসাৰত নাই।

দহজনে বেয়া বুলিব ভাবি ওচৰ-চুবুৰীয়া মানুহজনে দুই চাৰিজন আন মানুহৰ লগ লাগি তেওঁক থৰি দিলেগৈ, কিন্তু আপোন কোনো নথকাত, বিশেষকৈ টকা-কড়ি এৰি থৈ যাব নোৱাৰাত, তেওঁৰ "মুখৰ ছাই" গুচোৱা নহল।

ৰবি বাস্তৱতে আওমৰণেৰে মৰিল। টকা-পইচা মোৰ বুলি, ধৰ্ম্ম-কৰ্ম্মলৈ পিঠি দি, সুখ-স্বচ্ছন্দতা, ভোগ-বিলাস একেবাৰেই এৰি নিজৰ দেহৰো লটিঘটি কৰিলে, অথচ ধনৰো একো সজ ব্যৱহাৰ নহল। লোকে কোৱা শুনা যায় যে ধনৰ মোহ এৰিব নোৱৰা ৰবিৰ প্ৰেতাত্মাই কেতিয়াবা নৈশ নিস্তব্ধতা ভেদ কৰি "টকা ঐ!—অস্ অস্!" কৰি ৰবিৰ ভেঁটিত এতিয়াও চিঞৰ ধৰেহি। কথাটো কিমান দূৰ সঁচা সেই সম্বন্ধে আলোচনা কৰাৰ ভাৰ প্ৰেত-তত্ত্ববিদ্‌সকলৰ হাতত দিলোঁ।

# গণ্ডাটোপ ।

ভেমত ওফন্দা হেৰ গণ্ডাটোপ,
ধপ্ কৰে ফুটি পাবি তই লোপ ।
কৃত্রিম কথাৰে মনোভাব ঢাকি,
দিবি কত দিন আৰু তই ফাঁকি ?
অহঙ্কাৰ তোৰ চূৰ্ণীকৃত হব,
মিছা ভেম তোৰ আৰু লোপ পাব ।
মানুহক তই গণিতা নকৰ,
নিঃকিনক তই যত পাৰ পীড় ।
ধনৰ বলত বলীয়ান হই
অভিমান-জ্ঞান সঙ্গী কৰি লই,
পাতিছ মিছাতে মকৰাৰ জাল ;
ফাঁকি দি চলিবি আৰু কত কাল ?
ধৰা পৰিলেই মৰিবি নিশ্চয়,
সকলো প্ৰকাশ হব তেতিয়াই ।
পাঁচ ৰিপু, যাক আশ্রয় কৰিছ
আৰু যাৰ তই চৰণ সেৱিছ,
যুৰি সিহঁতেই খুলি খুলি খাব ;
পঞ্চভূতে দেহা লয় পাই যাব ।
নকৰি এতেকে আত্ম-অভিমান,
সজ চৰ্চ্চাতেই দিন অৱসান
কৰ তই, আৰু সামান্য ভাবেৰে
সংসাৰ চলাই থাক্ সন্তোষেৰে ।

# ডেকা বৰুৱাৰ বিয়া।

## ( আত্মকাহিনী। )

### ( ১ )

আজি বহুত দিনৰ কথা। তেতিয়া মই 'এণ্ট্ৰেন্স' পৰীক্ষা 'পাচ' কৰি ঘৰতে বহি আছিলোঁ। ঘৰত বহি থকাত ওচৰ-চুবুৰীয়া আৰু গাৱঁৰ সকলো মুনিহ-তিৰোতাই মোক 'বহি খোৱা', 'আবালচন্দ' আদি বিশেষণেৰে বিভূষিত কৰিবলৈ বাকী ৰখা নাছিল। আগৰ দিনত অৰ্থাৎ ইংৰাজৰ আমোলৰ আৰম্ভণত, 'এণ্ট্ৰেন্স' মহলাত উঠিলে হেনো চৰকাৰে মাতি নি উপযাচি "মুন্সিপ-সদৰামিন"ৰ কাম দিয়ে ; কিন্তু এতিয়া পাচৰ উপৰি পাচ বছৰি বছৰি হোৱাত আগৰ 'মান' হেনো আৰু নাই ! আজিকালি বোলে বি-এ, এম-এ পাচকো পোচোঁতা নাই।

সৰুৰেপৰা মোৰ মন অলপ স্বাধীন ভাবৰ। এই স্বাধীন ভাব প্ৰথমতে প্ৰাতঃস্মৰণীয় দেউতাই মোৰ মনলৈ সুমায়। তেখেতে চাকৰীৰ নামকে ঘৃণা কৰিছিল। চাকৰীৰ কথা ওলালেই তেখেতে কৈছিল :—"চাকৰী মানেই গোলামী। 'গোলামখানাত' যি এবাৰ সোমাইছে সি দাসত্বৰ শিকলিত বান্ধ খাইছে। স্বাধীন হৈ থকাৰ সমান সুখ নাই। গোলামী কৰি হাজাৰ হাজাৰ টকা ঘটাতকৈ স্বাধীনভাৱে দুই-চাৰি পইচা উপাৰ্জ্জন কৰি পেটে-ভাতে খাই থকাই ভাল।" দেউতাৰ এই বাক্যকে সাৰোগত কৰি মই বৰ উৎসাহেৰে লিখাপঢ়া শিকিবলৈ ধৰিলোঁ। এই জনমত আৰু চাকৰী নকৰোঁ বুলি মনতে অঙ্গীকাৰ কৰিলোঁ। কিন্তু হায়, "আলচা কথা নহয় সিদ্ধি,

বাটত আছে কণা বিধি।” যিবাৰ মই এণ্ট্ৰেন্স পৰীক্ষা দিওঁ সেইবাৰেই মোৰ জ্ঞানদাতা, অন্নদাতা, স্বাধীনচেতা, দেৱপ্ৰতিম দেউতাই মোক এৰি থৈ স্বৰ্গলৈ প্ৰয়াণ কৰিলে। যাবৰ সময়ত তেখেতে মোক দুআষাৰ মাথোন উপদেশ দি গল :—“বৰবোপা, মোৰ দিন উকলিল— আয়ুস টুটিল, এতিয়া বিদায়! মনত এইটোৱেই মাথোন দুখ ৰৈ গল যে মই তোৰ সুখ-সম্পদ দেখিবলৈ নাপালোঁ। তোৰ নিমিত্তে তেনে কোনো ধন-সম্পত্তিও এৰি থৈ যাব নোৱাৰিলোঁ। কিন্তু যিখিনি মাটি-বাৰী এৰি থৈ গলোঁ চলাই-কৰাই খাব পাৰিলে তাতে তোৰ উন্নতি হব। ইমান দিনে তোক যি উপদেশ দি আহিলোঁ তাৰ সাৰ্থকতা কৰিবি। ‘দৰিদ্ৰ নাৰায়ণ’ৰ সেৱাত জীৱন উচৰ্গি দেশৰ উন্নতি, সমাজৰ উন্নতিৰ হকে অহোপুৰুষাৰ্থ কৰিবি, পৰম কাৰুণিক পৰমেশ্বৰে নিশ্চয় চকু মেলি চাব। ‘গোলামখানাত’ ভৰি দিবলৈ, নিজৰ মনৰ স্বাধীনতা লুপ্ত কৰিবলৈ কেতিয়াও মন নেমেলিবি। মোৰ সময় হৈ আহিছে। অন্তিম কালত হৰিনাম লবলৈ, ইষ্ট দেৱতাক সুৱঁৰিবলৈ সুযোগ দেইক। মিছাতে কান্দি-কাটি হুৱাদুৱা লগাই মোৰ মনৰ শান্তি দূৰ নকৰিবি।” এই বুলি দেউতাই হৰিনাম জপ কৰি হাঁহিমুখে বিদায় ললে।

( ২ )

পৰীক্ষা ‘পাচ কৰি অতাই নো মই কি কৰিব খুজিছে।; চাকৰী নিবিচাৰি ঘৰতে বহি মিছাতে কিয় দিন কটাইছোঁ, ইত্যাদি প্ৰশ্ন কৰি গঞা-ভূঞা আটায়ে মোক আমনি কৰিবলৈ লাগিল; মই কিন্তু, সকলোকে খাতাংকৈ কলোঁ, “স্বাধীনভাৱে খেতি-বাতি কৰি খাই থাকিম, তেও গোলামী কৰিবলৈ নাযাওঁ। চাকৰী চাকৰী বুলি হাবাথুৰি খাই ফুৰিতো আনাৰ মানুহৰ এনে শোকলগা অৱস্থা হবলৈ

পালে।" কথা কাৰ্য্যত পৰিণত কৰিবলৈ যদিও কিছুদিন লাগিল, তথাপি মই নিজৰ প্ৰতিজ্ঞা নেৰিলোঁ। মানুহ-দুনুহ, বোৱনী-দাৱনীৰ অভাৱত আগেয়ে দেউতাই আমাৰ কিছুমান মাটি আধি দিছিল আৰু কিছুমান খাজনালৈ লগাইছিল। এতিয়া যেনে তেনে প্ৰকাৰে সেই আটাইখিনি মাটি কৰলৈ মনতে পাঙিলোঁ। প্ৰথম বাৰত যদিও বিশেষ ভাল ফল নেদেখিলোঁ, পাচৰ বাৰত কিন্তু ফল সন্তোষজনক হল। সকলোৱে জানে, ঘৰত ধান মুঠি হলে কাৰো ওচৰত হাত পাতিব নালাগে। ধান বেচিব পাৰিলেই পইচা ওলায়। পইচা হলেই সকলো কাৰ্য্য সিদ্ধি হয়। কিছুমান বস্তু ধানৰ সলনিতো পোৱা যায়। বছৰ-চেৰেকৰ ভিতৰতে মোৰ অৱস্থা টনকিয়াল হল। মোৰ অৱস্থাৰ উন্নতি হোৱা দেখি চকু-চৰহা, আপোনপেটীয়া মানুহৰো অভাৱ নহল। সিহঁতে সদায় মোৰ অহিত চিন্তিবলৈ ধৰিলে। ঈশ্বৰৰ ওপৰত ভৰসা কৰি মই সকলোকে মিত্ৰজ্ঞান কৰিবলৈহে যত্ন কৰিছিলোঁ। কেনোবাই মোক বুদ্ধি সুধিলে তেওঁক সজ বুদ্ধিহে দিছিলোঁ। আইন-কানুন ঘৰতে পঢ়ি সেই বিষয়ৰ অলপ জ্ঞান পাইছিলোঁ; আৰু সেই জ্ঞান এতিয়া কামত খটাবলৈ ধৰিলোঁ। কোনোবাই সেই বিষয়ে পৰামৰ্শ কৰিবলৈ আহিলে তেওঁক পাকলগা আইনৰ অৰ্থ বুজাই দিছিলোঁ। কিন্তু কিছুমান লোকে মোৰ কথা নুশুনি 'গোচৰ'ত চুচৰি (কাৰণ, "গোচৰ বুলিলেই চোচৰ") হাবাথুৰি খাইছিল। আমাৰ মানুহৰ দস্তুৰেই এনে। ভাল কথা কলেও কিছুমান মানুহে বেয়াহে শুনে। ই কেৱল কুসংস্কাৰ আৰু অজ্ঞতাৰ ফল। লোকৰ উন্নতি দেখিলেই কিছুমান লোকৰ চকু পোৰে, এই দোষটোৱেই আমাৰ সৰ্ব্বনাশৰ মূল। মোৰো শত্ৰুৰ অভাৱ নহৈছিল, অলপ চেলু পালেই খিয়লীয়া মানুহে মোৰ বদনাম উলিয়াবলৈ বা মোক কদৰ্থনা কৰিবলৈ নেৰিছিল।

( ৩ )

আমাৰ ঘৰ দুখন—এখন নগৰত, আনখন গাৱঁতে। গাৱঁত আমাৰ মাটি-বাৰী বেচি, নগৰত নিচেই কম। সেই কাৰণে মই গাৱঁত থাকি খেতি-বাটি কৰিবলৈ মন মেলিলোঁ। অকল খেতি-বাটি কৰি পেট পোহাই মোৰ অভিপ্ৰায় নাছিল। লগে লগে গাৱঁলীয়া স্বাস্থ্যৰ, পথ-ঘাট, শিক্ষা সমাজ আদিৰো উন্নতি কৰিবলৈ মনতে পাঙি থলোঁ। 'নগৰীয়া ভাল মানুহ, গুচি 'গাৱঁলীয়া চহা' হবলৈ অহা দেখি মানুহে বিস্ময় মানিলে। প্ৰথমতে ধনৰ অভাৱত, বিশেষকৈ ৰাইজৰ সহানুভূতিৰ অভাৱত উল্লেখ-যোগ্য একো কাম কৰিব নোৱাৰিলোঁ; তথাপি হতাশ নহলোঁ।

ক্ৰমে ক্ৰমে আমাৰ ভাগি-ছিগি যোৱা ঘৰখনৰ থান-থিত লগাবলৈ দিহা কৰিলোঁ। সৰু সৰু ঘৰবোৰ ভাঙি ডাঙৰ-দীঘল আৰু আহল-বহল কৰিলোঁ। যাতে বিশুদ্ধ বায়ু অবাধে যাতায়াত কৰিব পাৰে তেনে উদ্দেশ্যেৰে প্ৰত্যেক কুঠৰীতে কেইখনমান ডাঙৰ ডাঙৰ খিৰিকি কটালোঁ। ইয়াতে কৈ থওঁ যে বহুত গাৱঁলীয়া মানুহৰ ঘৰৰ ভিতৰখন দিনতে ঘোপ-মৰা আন্ধাৰ; চাকি নলগালে অনভ্যস্ত মানুহে ভালকৈ একো দেখিবৰ সাধ্য নাই। খিৰিকি নামমাত্ৰ কৰবাত কেনেবাকৈ এখন-দুখন থাকিলেও সেই বোৰক খিৰিকি বুলিব নোৱাৰি; তাত আছে কেৱল খিৰিকি নামৰ কলঙ্ক বা বদনাম। ইয়াৰ দ্বাৰা আমাৰ গাৱঁলীয়া মানুহৰ স্বাস্থ্য-সম্বন্ধীয় জ্ঞান কিমান প্ৰখৰ সেইটো সহজে অনুমান কৰিব পাৰি। মুঠৰ ওপৰত, আমাৰ ঘৰখনত যাতে স্বাস্থ্য-সম্বন্ধীয় কোনো আসোঁৱাহ নথকা হয়, তাৰ নিমিত্তে অহো পুৰুষাৰ্থ কৰিলোঁ। বাৰীৰ সৰু পুখুৰীটোত মানুহে নামি গা ধোৱে; গতিকে তাৰ পানী ব্যৱহাৰ কৰা ভাল যেন নেদেখিলোঁ। সেই পুখুৰীটো পোতাই বান্ধনী-ঘৰৰপৰা ভালেমান দূৰত এটা দ নাদ খনালোঁ, কিছুমান দিনৰ মূৰত

ভালেমান টকা খৰচ কৰি পকা কৰালোঁ। তাৰপৰা বেচ পৰিষ্কাৰ আৰু ফটফটীয়া পানী ওলাল।

পথাৰলৈ সাউংকৰে বৈ যাব পৰা কৰি বাৰীৰ চাৰিওকালে ডাঙৰ ডাঙৰ খাল খনালোঁ আৰু সেই খালবোৰলৈ বাৰীৰ ভিতৰৰ পানী বৈ যাবৰ কাৰণে ঠায়ে ঠায়ে সুবিধা বুজি কেইটামান সৰু সৰু নলাও খনালোঁ। খালবোৰ পকা কৰিবৰে মন আছিল, কিন্তু "অৱস্থা চাই ব্যৱস্থা" কৰিব লগা হোৱাত বৰ্ত্তমান তেনে কৰিব নোৱাৰিলোঁ। টোলৰ ভিতৰত বা দাঁতি-কাষৰীয়া ঠাইত যতে ততে শৌচ কৰা দস্তুৰ বেয়া; সেই কাৰণে নাদৰপৰা ভালেখিনি আঁতৰত এটা মৰং-ঘৰ সজালোঁ। ঘৰৰ ভেঁটিবোৰ বৰ ওখ কৰালোঁ; কাৰণ চাপৰ ভেঁটি হলে ঘৰৰ ভিতৰখন প্ৰায়ে সেকা হয়। বেৰবোৰ চূণেৰে লিপালোঁ। চূণেৰে বেৰ লিপালে অকল যে দেখিবলৈকে ভাল হয় এনে নহয়, এই নিয়মটোৱে স্বাস্থ্যৰক্ষাতো সহায় কৰে। গৃহস্থালীৰ বাকী আসোঁৱাহবোৰ লাহে লাহে আঁতৰাবলৈ ভবিষ্যতে আশা ৰাখিলোঁ। এইবোৰ দেখি শুনি কিন্তু চকু-চৰহা, অজীৰ্ণ-পাতকী মানুহবোৰৰ হিয়া পুৰিবলৈ ধৰিলে।

( ৪ )

আমাৰ গাৱঁতে ৰূপহীহঁতৰ ঘৰ। ৰূপহীয়ে এতিয়া বাঁৰী ভাত খাইছে। দেউতাক দুবছৰৰ আগেয়ে ঢুকাল। ৰূপহীহঁতৰ অৱস্থা বৰ্ত্তমান বৰ বেয়া। মাক-জীয়েক দুয়ো কাপোৰ-কানি বৈ তাকে বেচি-মেলি কোনোমতে পেট পুহিছিল। সেই বুলি ডেওঁবিলাকে কাৰো ওচৰত কুটা এগছৰ নিমিত্তেও হাত নাপাতিছিল। ওচৰ সম্বন্ধীয়া মানুহ এজনে টানে-আপদে নিজে উপযাচি সহায় কৰিছিল। ৰূপহীৰ দেউতাকে এই মানুহজনক আগেয়ে যি উপকাৰ কৰি থৈছিল 'মানুহৰ

পোৱালি'য়ে তেনে উপকাৰ পাহৰিলে মানুহ নামৰে অযোগ্য হয়। ৰূপহী নামে-গাৱেঁ মিলি যোৱা আছিল। তাই বৰ ৰূপৱতী আৰু গুণৱতী, কিন্তু কপাল ফুটা বাবেই বিয়া দিবৰ ছমাহ নৌ হওঁতেই গিৰীয়েক ঢুকাল; তাই ফুলতে বাঁৰী হ'ল। এনে দুৰ্ঘটনা হোৱা দেখি শহুৰেক-শাহুৱেক আদি ঘৰৰ সকলো মানুহেই তাইক শাঁখিনী, 'ৰাক্ষসিনী,' গজমুৰী আদি আখ্যা দি লেই লেই ছেই ছেই কৰিবলৈ ধৰিলে। এই কথা আৰ-তাৰ মুখে শুনি (কাৰণ ইমান কষ্টভোগ কৰিও ৰূপহীয়ে মাকলৈ বতৰা দিয়া নাছিল) মাকৰ পোৰা পেটে নসহিলে! গিৰীয়েক মৰাৰ কিছু দিনৰ পাচতে মাকে নিজে গৈ তাইক লৈ আহিল আৰু তেতিয়াৰপৰা কটনা কাটি জীৱিকাৰ উপায় উলিয়াইছিল।

লৰাকালৰেপৰা মই ৰূপহীক বৰ ভাল পাইছিলোঁ। দুয়ো একে লগে উমলি ডাঙৰ-দীঘল হৈছিলোঁ। কিন্তু বিধিৰ বিড়ম্বনা, কালত দুয়ো আঁতৰা-আঁতৰি হব লগাত পৰিলোঁ। এতিয়া আমাৰ গাৱঁৰ ঘৰলৈ আহি ৰূপহীৰ এনে দুৰ্দ্দশা দেখি মনত বৰ দুখ পালোঁ। ৰূপহীৰ আমন-জিমন ভাব আৰু চিৰপ্ৰফুল্লময়ী মুখখনি বিষাদ-ভাৱৰে ঢকা দেখি বৰ বেজাৰ লাগিল। নিজে যিমান দূৰ পাৰোঁ ৰূপহীহঁতৰ দুখ আঁতৰাবলৈ, যথাসাধ্য সহায় কৰিবলৈ মন মেলিলোঁ। ৰূপহীৰ মাক এদিন আমাৰ ঘৰলৈ আহোঁতে এই কথা তেওঁৰ আগত ভাঙি-ছিঙি কলোঁ। তেওঁ কলে, "বোপাটি, তোমাৰ মাৰা-বাপেৰাই আমাক আপোন হেন দেখিছিল। এতিয়াহে আমি পৰ হলোঁ! এতিয়া আৰু সেই দিন নাই—সেই ৰামো নাই, অযোধ্যাও নাই। আমাৰ মানুহে, গঞা-ভূঞা সকলোৱে, খিয়লাখিয়লি কৰিবলৈহে শিকিছে। ওচৰ চুবুৰীয়া দুখত পৰিলে কাকো কোনেও চকু মেলি নাচায়। ইকালে ইঘৰে-সিঘৰে দন্দ, খোৱা-কামোৰা, মৰামৰি-কটাকটি। আজিকালি

দিন-কাল হৈছে এনে। এইবোৰ কথা ভাবি-গুণি চাই, তোমাৰপৰা সহায় ললে দহ জনে আমাক ভাল নোবোলে, বৰং আমাৰ বদনাম হে ৰটিব।" মই কলোঁ, "যি সমাজত মিলা-প্ৰীতি নাই, একতা নাই, সহানুভূতি নাই,—আছে কেৱল খিয়লাখিয়লি, দন্দ্-হাই, পৰশ্ৰীকাতৰতা, কুসংস্কাৰ আৰু মইবৰ ভাব, এনে সমাজ জহন্নামে যাওক, এনে সমাজ মোক নালাগে। সৰহ কথা আপোনাক কি কম, আপুনি মোকে নিজৰ পেটৰ পোৱালিৰ দৰে ভাবিব-মাথোন। ঈশ্বৰে কৰিলে আপোনাৰ অৱস্থা টনকিয়াল নহৈ নাথাকে।'" এই দৰে নানা কথা হোৱাৰ পাচত ৰূপহীৰ মাকে বিদায় ললে।

( ৫ )

মযো মাজে-সময়ে ৰূপহীহঁতৰ ঘৰলৈ গৈ ৰূপহীৰ মাকৰ লগত নানা বিষয়ৰ আলোচনা কৰিবলৈ ধৰিলোঁ। আমাৰ সমাজ আদিৰ বিষয়ে নানা সমালোচনা হবলৈ ধৰিলে। লাহে লাহে দেখিলোঁ, আমাৰ আলোচনাত ৰূপহীয়েও চুচুক-চামাককৈ যোগ দিবলৈ ধৰিছে। দেখি বৰ সন্তোষ পালোঁ। লাহে লাহে বিধৱা-বিবাহ আদিৰ বিষয়েও আলোচনা হল। ৰূপহীয়ে গাৱঁলীয়া ছোৱালী-স্কুলত কিছু দিন পঢ়িছিল আৰু তাৰ পাচত দেউতাকৰ ওচৰত নানা তৰহৰ নীতিজ্ঞানমূলক কিতাপ পঢ়িবলৈ সুবিধা পাইছিল। মাজে-সময়ে ৰামায়ণ-মহাভাৰত পঢ়া ৰূপহীৰ অভ্যাস। এতিয়া মোৰ মনত আনন্দ এয়ে যে ৰূপহীৰ মন ক্ৰমশঃ বিধৱা-বিবাহৰ ফালে ঢাল খাইছে। গতিকে মোৰ পক্ষে লক্ষণটো বাৰু যেন দেখিলোঁ।

এদিন কথাই কথাই মই ৰূপহীৰ মাকৰ আগত বিয়াৰ প্ৰস্তাৱকে কৰি পেলালোঁ। মই বিধৱা-বিবাহৰ সপক্ষে দেখুৱা অকাট্য শাস্ত্ৰীয় কথা ৰূপহীৰ মাকৰ মনত লাগিছিল; এতিয়া তেওঁ বিশেষ আপত্তি নকৰিলে

টকা-পইচাৰ নাটনিত বিয়াৰ খৰচ-পাতি যোগাবলৈ অক্ষম এই কথা ঠাৰে-চিয়াৰে মোক জানিবলৈ দিয়াত মই আনন্দেৰে সকলো খৰচৰ ভাৰ মূৰ পাতি ললোঁ।

'বাটলু তিৰী' বুলি সমাজে ইতিকিং কৰালৈ মই ভয় নকৰিলোঁ। সমাজে হাঁহে যদি হাঁহক, তাত মোৰ ক্ষতি কি? মোৰ বিবেকে যিটো ভাল বুলি কয়, নৈতিক সাহসৰ পৰিচয় দি মই তাকে কৰিম। এইদৰে দৃঢ়প্ৰতিজ্ঞ হৈয়েই মই কাৰ্য্যক্ষেত্ৰত নামিছোঁ।

ইয়াৰ দুমাহৰ পাচতে ৰূপহীৰ লগত মোৰ শুভ পৰিণয় হল। লাহে লাহে দেখিলোঁ, মই যিবোৰ সজ কাম কৰিবলৈ মনতে পাঙি থৈছিলোঁ, সেইবোৰত ৰূপহীৰ সম্পূৰ্ণ সহানুভূতি আছে। ঘৰৰ সকলো কাম নিজ হাতে কৰাৰ উপৰিও সৰ্ব্ব-সুলক্ষণা লক্ষ্মী-স্বৰূপিণী ৰূপহীয়ে সদায় দুখীয়া নিছলা মানুহৰ ভু—ভা লৈ সিহঁতৰ অভাব যথা সম্ভৱ পূৰণ কৰি মনত বৰ সন্তোষ পায়। এটা কথাৰে কবলৈ গলে "দৰিদ্ৰ নাৰায়ণৰ" সেৱা ৰূপহীয়ে জীৱনৰ প্ৰধান কৰ্ত্তব্য বুলি সাৰোগত কৰি ললে। মই দেখিলোঁ স্বৰ্গীয় পিতৃদেৱতাৰ আদেশ পালন কৰাৰ এয়েই উপযুক্ত সময়। গতিকে দুয়ো মিলি তেখেতৰ উপদেশমতে কাম কৰি জীৱন-যাত্ৰা নিৰ্ব্বাহ কৰিবলৈ ধৰিলোঁ। দুয়োজনে পৰম কাৰুনিক পৰমেশ্বৰৰ চৰণ উদ্দেশি প্ৰণাম কৰি গালোঁ:—

"ইচ্ছা তযু পূৰ্ণ হোক হেৰা দয়াময়।"

# ৰেলৱেৰ বাবু।

(১)

'মই বৰ' ভাব বিৰাজে আমাতে,
ভেমত ওফন্দি ফুৰোঁ ;
মাতিলে নামাতোঁ, আওকাণ কৰি
ইফালে সিফালে ঘূৰোঁ।
শাঁতি-স্ফূৰ্ত্তি নাই, কামতেই ব্যস্ত,—
সম্বোধন ভেকাহিৰে
দিওঁ ভালকই, যদি হোজা লোকে
সোধে কথা ভকতিৰে।
বিশ্ব-ব্ৰহ্মাণ্ডৰ মাজত আমিও
জানিবা এবিধ প্ৰাণী ;
এভৰি ৰেলত, এভৰি জেলত,
ৰেলৱেৰ বাবু আমি।

(২)

দৰ্মহা তাকৰ, একো কথা নাই,
'উপৰি পাওনা' আছে ;
পাৰ্চেলৰ মালিক জানিবা সততে
আমাৰ হাততে নাচে !
যদি কেনেবাকৈ, নাজানি হলেও,
খঙৰ উদ্ৰেক কৰে,

ৰক্ষা নাই তাৰ ধুৰূপ জানিবা,
থিতাতেই মৰা পৰে।
বিশ্ব-ব্ৰহ্মাণ্ডৰ মাজত আমিও
জানিবা এবিধ প্ৰাণী;
এভৰি ৰেলত, এভৰি জেলত,
ৰেলৱেৰ বাবু আমি।

(৩)

টিকটৰ বাবু হবলই পালে
দিনে পতি লাভ থাকে;
লৰাল'ৰকই টিকট দিওঁতে
লাভ কৰো আওপাকে।
যাত্ৰীৰ গাৰীত যদি চেলু চাই
'ৰক্ষকে ভক্ষক' হওঁ,
তেনে হলে আৰু কোনো কথা নাই,
—মাৰি দিয়া এক দাওঁ।
বিশ্ব-ব্ৰহ্মাণ্ডৰ মাজত আমিও
জানিবা এবিধ প্ৰাণী;
এভৰি ৰেলত, এভৰি জেলত,
ৰেলৱেৰ বাবু আমি।

(৪)

যদিও কামত লাগিয়েই থাকোঁ,
শৰীৰত পাওঁ দুখ,
কত ফিকিৰেৰে পইচা গোটাওঁ,
নাই তাৰ লেখ-জোখ।

(আমাৰ) লৰা-লুৰিহঁতে শিক্ষা সাঙ্গ কৰি
পৈতৃক বেহাত ধৰে ;—
"বিদ্যা দিগ্‌গজ" হই বড মনে
বেলৰেৰ চাকৰী কৰে।
বিশ্ব ব্ৰহ্মাণ্ডৰ মাজত আমিও
জানিবা এবিধ প্ৰাণী ;
এভবি বেলত, এভবি জেলত,
বেলৰেৰ বাবু আমি।

(৫)

কোনে কয় হেৰা, আমাৰ মাজত
সজ চৰ্চ্চা নাই বুলি ?—
সমাজ, সাহিত্য, জাতীয় উন্নতি
বিধান নাযাওঁ ভুলি।
সুবিধা নাপাই প্ৰকাশ কৰিব
নোৱাৰোঁ,কি দোষ দিবা !
ভাবৰ খুন্দাত উফৰি পৰিছোঁ,—
তুমি তাৰ সাক্ষী হবা।
বিশ্ব-ব্ৰহ্মাণ্ডৰ মাজত আমিও
জানিবা এবিধ প্ৰাণী ;
এভবি বেলত, এভবি জেলত,
বেলৰেৰ বাবু আমি।

অন্ত।

# জাননী।

( ডাক্তৰ মহানন্দ বৰুৱা সাহিত্যভূষণ প্ৰণীত। )

১। **A Manual of Proverbs.**

অৰ্থাৎ অসমীয়া-ইংৰাজী পটন্তৰ বা যোজনাৰ কিতাপ। পটন্তৰবোৰ খৰচি মাৰি শিকিব খুজিলে এই কিতাপখন হাতত লওক। ভালেমান শলাগনি চিঠি পোৱা হৈছে। বেচ ।০ এসিকি মাথোন।

"We sincerely congratulate the author foı having taken immense trouble in bringing out this useful pamphlet Proverbs aud folklores of a country are a true index of its distinct nationality and literature, and the little book under notice is evidence of the fact that Assam is very rich in both respects."

——The "Times of Assam."

(২)

" * * স্কুলীয়া লৰালৈ উপযোগী কিতাপ, ভালেমান অসমীয়া নীতিবাক্য (?) আৰু তাৰ ইংৰাজী প্ৰতিবাক্য দিয়া হৈছে।"

—"আলোচনী"।

(৩)

" * * তেওঁৰ উদ্যম শলাগিবলগীয়া। আশা কৰোঁ কিতাপখনিৰ পৰা বহুতৰ উপকাৰ হব আৰু বৰুৱাদেৱেও ভবিষ্যতে সজ কাম কৰিবলৈ উৎসাহ পাব। স্কুলীয়া ছাত্ৰসকলেও এই কিতাপখনিৰ পৰা উপকাৰ পাব বুলি আমাৰ বিশ্বাস।"—"বাঁহী"।

## ২। দোঁহাৱলী।

মহাত্মা কবীৰ আৰু তুলসীদাসৰ বছা বছা বহুমূলীয়া হিন্দী দোঁহা আৰু সুললিত অসমীয়া পদ্যানুবাদ। সকলোৱে একবাক্যে শলাগিছে। বেচ ।৹ এসিকি মাথোন।

(১)

লব্ধপ্ৰতিষ্ঠ সাহিত্যিক, সুকবি শ্ৰীযুত হিতেশ্বৰ বৰবৰুৱা ডাঙৰীয়াই লিখিছে :—

"I am very much pleased with the book and think, you have done well in rendering the 'Dohas' of immortal Kabir and Toolsidas into our language, especially in a metrical form."

(২)

সুপ্ৰসিদ্ধ গ্ৰন্থকাৰ আৰু কটন কলেজৰ সুযোগ্য অধ্যাপক শ্ৰীযুত সূৰ্য্যকুমাৰ ভূঞা, এম-এ, বি-এল, বিদ্যাবিনোদদেৱে অনুগ্ৰহ কৰি জনাইছে :—

'* * কবীৰ আৰু তুলসীদাসৰ দোঁহাৱলী মই আগৰেপৰা ভাল পাইছিলোঁ। এতিয়া অসমীয়া সাজেৰে দেখি পৰম আনন্দ পালোঁ। উক্ত দুই কবিৰ মৰ্ম্মস্পৰ্শী দোঁহাৱলী সকলোৱে ভাল পাব লাগে, বিশেষতঃ আপোনাৰ সৰল ভাঙনীত। আমাৰ অকলশৰীয়া, আও-হতীয়া সাহিত্যলৈ আপুনি বিদেশী ফুলৰ সৌৰভ অনাত আপুনি অসমীয়া ৰাইজৰ কৃতজ্ঞতাভাজন হৈছে সেইটো নকলেও হব।"

(৩)

আৰ্ল কলেজৰ সুযোগ্য প্ৰিঞ্চিপল, সাহিত্যিক মিঃ জে, বৰুৱা, বাৰ-এট ল মহোদয়ে লিখিছে :—

"Pray, accept my thanks for the most interesting book দোঁহাৱলী। It should be in every Assamese home and we should learn all its contents by heart. That is what we need——we need our Assamese language to be enriched by the good things of our sister languages. We should in return give them the best of our own also.

(৪)

"জোনাকী" কাকতৰ ভূতপূৰ্ব্ব সম্পাদক, প্ৰবীণ সাহিত্যিক শ্ৰদ্ধাস্পদ শ্ৰীযুত সত্যনাথ বৰা, বি-এল ডাঙৰীয়াই অনুগ্ৰহ কৰি জানিবলৈ দিছে :—

"* * দোঁহাবোৰৰ অসমীয়া ভাঙনি ভাল হৈছে।"

(৫)

"* * বৰুৱা ডাঙৰীয়াই দোঁহাৱলীত দোঁহাৰ পদ্যানুবাদ কৰি সকলোৰে দোঁহাৰ অৰ্থ বুজিব পৰাকৈ প্ৰকাশ কৰাত বাইজৰ সন্তোষৰ কথা হৈছে। পদ্যখিনি শুৱলা হৈছে, কিতাপখনিও ছাপাই সৈতে সুন্দৰ হৈছে, সকলোৱে একোখনি লৈ নিজেও সন্তোষ লভি গ্ৰন্থ-কাৰকো উৎসাহ দিয়ে যেন।"—"আসাম-বিলাসিনী।"

(৬)

"* * এই পুস্তিকাখনি পাই আমি ভাল পাইছোঁ। এই দুই জ্ঞানী ভক্ত পুৰুষ দুজনৰ এটাইবোৰ দোঁহা ভাঙনিৰে সৈতে মূল এই কিতাপত পোৱাহেঁতেন আৰু যাইকৈ যিহৰ গতিকে বিশেষকৈ কিছুমান দোঁহা ইচ্ছা কৰিয়েই বাদ দিছে বুলি গ্ৰন্থকৰ্ত্তাই তেওঁৰ

পাতনিত কৈছে, সেইবোৰ বাদ নিদিয়াহেঁতেন আমি আৰু ভাল পালোঁহেঁতেন।"

—"বাঁহী"।

(৭)

* পুণ্যশ্লোক মহাপুৰুষ দুজনৰ বাক্য বত্নবোৰ পশ্চিম অঞ্চলত যোজনাৰ দৰে লৰা বুঢ়া তিৰুতা সকলোৰে মুখে মুখে। বহুদৰ্শিতাৰ ফল এই সাৰবাক্যবোৰ অসমীয়া ভাষালৈ সুমাই লোৱা নিতান্ত উচিত। গ্ৰন্থকাৰ এই চেষ্টাৰ বাবে শলাগৰ পাত্ৰ। * * আশা কৰিছোঁ যেন, এই দোঁহাৱলীৰ কলেৱৰ বাঢ়ে। ভাল বস্তুৱে নামুৱায় । * * *"— "অসমীয়া"।

It is to be noted that the original Hindi Maxims of the saints are lyrical, and the author is to be highly congratulated in also rendering them into Assamese verse. Each Hindi text is subjoined by its equivalent rendering in Assamese verse. We wish this young writer will not Fail to utilise his spare time in useful literary pursuits.

——The "Times of Assam."

পোৱাৰ ঠাই—

ইকনমিক ষ্টোৰ্চ এণ্ড এজেন্সি।

বিহাবাৰী পোষ্ট—আসাম।